



প্ৰথম বছৰ। কাতি ১৮৫৪ শক। নৱম সংখ্যা

## মঙ্গলাচৰণম্।

যস্ম সর্ব্বাণি ভূতানি
আত্মন্যেবানুপশ্যতি।
সর্ব্ব ভূতেষু চাত্মানং ততো
ন বিজুগুপ্সতে॥

ঈশোপনিষৎ ৬।

যি জনে বিশ্বৰ এই সকলো ভূতকে পৰমাত্মাৰ ভিতৰতে দেখে, পৰমাত্মাকো যি জনে সকলো ভূততে দেখে, তেওঁ কাকো ঘিণ কৰিব লগীয়া নহয়। সকলো জীৱবিলাক পৰব্ৰহ্মৰ অংশ স্বৰূপ, সকলো জীৱবিলাক তেওঁতেই লয় পায়।

জীৱ বুলিলেই পৰমেশ্বৰৰ অংশ বুলি ধৰিব পাৰলে কোনো জীৱকে ঘিণ বা অপকাৰ কৰিব লগীয় নহয়। ঘিণ বা অপকাৰৰ চিন্তা নাথিলেই মনলৈ শান্তি আহে। সকলো জীৱই শান্তিকে বিচাৰে।



# আত্মনিৰ্ভৰ

( শ্ৰীযুত বুদ্ধীন্দ্ৰনাথ ভট্টাচাৰ্য )

মনুষ্য জীৱনত কৃতকাৰ্য্য লাভ কৰিবৰ নিমিত্তে মানুহৰ আত্মনিৰ্ভৰ এটা প্ৰধান উপকৰণ। পৰৰ সহায় পাবলৈ আকাংক্ষা নকৰি নিজৰ বল-শক্তিৰ ওপৰতে নিৰ্ভৰ কৰি সাহসেৰে কোনো কাম কৰিবলৈ আগবঢ়াকে আত্মনিৰ্ভৰ বোলে। কোনো এটা ডাঙৰ কাম কৰিবলৈ হলে নিজৰ বল, বুদ্ধি, শক্তি বিবেচনা কৰি মৰোঁজীওঁকৈ লাগি সকলো বাধা বিঘিনি অতিক্ৰম কৰিবলৈ দৃঢ় সঙ্কল্প হৈ যত্ন কৰিলে মানুহ কৃতকাৰ্য্য নহৈ নোৱাৰে। যিবিলাক মানুহৰ আত্মনিৰ্ভৰত বিশ্বাস নাই অৰ্থাৎ নিজৰ বল বুদ্ধি জ্ঞানত বিশ্বাস কৰিব নোৱাৰে সেই বিলাক মানুহেই হৈছে কাপুৰুষ। সেইবিলাকে নিজৰ স্বাৰ্থ ত্যাগ কৰিবলৈ আগ বাঢ়িব নোৱাৰে; সেইবিলাকেই লোকৰ অনুগ্ৰহৰ ওপৰত সদায় নিৰ্ভৰ কৰি ফুৰে, আৰু অমুকে মোক বেয়া পাব, অমুকে মোক বেয়া পাব এই ভয়তে থাকি ভাল বেয়া সকলোকে উপাসা কৰি নিজৰ দুৰ্ব্বল মনৰ পৰিচয় দিয়ে। এই শ্ৰেণীৰ মানুহে ধন-বস্তু আৰ্জ্জি সুখী হব পাৰিলেও জ্ঞানীজনৰ পূজনীয় হব নোৱাৰে। নিজ গাওঁৰ মাজত, নিজ মৌজাৰ ভিতৰত, নিজ মহকুমা বা জিলাৰ ভিতৰত বা তেওঁৰ নিজ দেশৰ ভিতৰত প্ৰখ্যাত বা সন্মানিত হব পাৰিলেও দেশে বিদেশে সকলে ঠাইতে প্ৰখ্যাত হৈ সন্মান লাভ কৰিব নোৱাৰে। জগতত যাৰ যিমান সদ্গুণৰ পৰিমাণ সৰহ তেওঁ সিমানেই জগতত প্ৰখ্যাত হয়, আৰু জগতত সন্মান লাভ কৰি থাকে। গুণেইহে মানুহক ডাঙৰ [illegible]। আত্মজ্ঞানী, পৰোপকাৰী, সত্যবাদী, সাহসা, নিঃস্বাৰ্থপৰ, পৰিশ্ৰমী, অকপট, আৰু দয়াল লোকেই জগতত পূজনীয় লোক। এই বিলাক গুণ লাভ কৰিবৰ নিমিত্তেই সুশিক্ষাৰ আৱশ্যক। অকল বিদ্যা হলেই জ্ঞানী হব নোৱাৰে, অকল ধন হলেই প্ৰকৃত সুখ নহয়, বহুত কিতাপ পঢ়িলেই বিদ্বান নহয়, জীয়াই

আছে বুলিলেই নিৰোগী বুলি ধৰিব নোৱাৰি। প্ৰকৃত সুখ, প্ৰকৃত মান, সন্মান লাভ কৰিব লাগিলে প্ৰকৃত জ্ঞান লাভ কৰিব লাগে। আৰু সেই জ্ঞান কাৰ্য্যত প্ৰকাশ কৰিব পাৰিব লাগে।

মানুহ মাত্ৰেই ঈশ্বৰৰ প্ৰতিমূৰ্ত্তি। সেই দেখি ভাল বেয়া সকলো মানুহৰ গাত অলপ নহয় অলপ ঐশ্বৰীক সদ্‌গুণ বিদ্যমান আছে; আৰু অতি গুণশালী লোকৰ গাতো অলপ নহয় অলপ অসদ্‌গুণ আছে। পাচে এই গুণবিলাকৰ পৰিমাণ আৰু তাৰ কাৰ্য্যকৰী শক্তি দেশ, কাল, পাত্ৰ, আৰু অৱস্থা অনুযায়ী হ্ৰাস বৃদ্ধি হৈ থাকে। সজ্‌ বদ্‌ সঙ্গৰ গুণে, আৰু স্থান বিশেষে মানুহৰ গুণৰ হেৰ ফেৰ হয়। জ্ঞানেই হৈছে মানুহৰ মনৰ বান্ধনি। সুশিক্ষাই হৈছে জ্ঞানৰ মাজনী বা সাঠনী। বৰ্ত্তমান কালত শিক্ষিত বা শিক্ষা বুলিলে কেৱল ইংৰাজী শিক্ষাকেহে বুজায়। এই ইংৰাজী শিক্ষাৰ মূল উদ্দেশ্য যেই হওক কাৰ্য্যত প্ৰায় দেখা যায় চাকৰীৰ নিমিত্তে লায়ক হোৱা আৰু ধন আৰ্জ্জিবৰ বাট মোকোলোৱা। কিন্তু শিক্ষাৰ তলত নিজনি হৈ পৰি থকা ওপৰত উল্লেখ কৰা সদ্‌গুণবিলাক খেপিয়াই লবলৈ অনেকে বৰ তত্‌তৈয়াত পৰি তাৰৈ একেবাৰেই পাহৰে। সেই গুণে অনেক শিক্ষিত লোকৰ কাৰ্য্য-ক্ষেত্ৰত নিজৰ পেট পোহাৰ বাজে আন লোক-হিতকৰ বা দেশ হিতকৰ কাৰ্য্যত মন দিবলৈ গা নুধায়। হওঁতে এই সংসাৰত মানুহ পেটৰ নিমিত্তেই মৰিছে, কিন্তু সেই বুলি অকল পেটকে পিয়াই থাকিলে মানুহৰ কৰ্ত্তব্য পালন কৰা নহয়। পেট শৰীৰৰ এক অংশ মাত্ৰ। শৰীৰৰ আন আন যন্ত্ৰবিলাকৰ উন্নতি নহলে অকল পেটৰ উন্নতি নহয়। পেটৰ উন্নতি নহলেও শৰীৰৰ উন্নতি নহয়। ইয়াৰ সম্বন্ধ লগা-লগি।

বৰ্ত্তমান কালত আমাৰ দেশত ইংৰাজী পঢ়ি শুনি সুশিক্ষিত হৈ বিশেষ আদৰৰ পাত্ৰ হোৱা কেজনমান ডেকাৰ উদাহৰণ এটা দিব খোজো। সেই বিষয়ে আনে যেয়ে যিহকে বোলক মোৰ এই ক্ষুদ্ৰ মনত এই কথাটো বৰকৈ লাগি আছে। অসমৰ সুপুত্ৰ পণ্ডিত শ্ৰীযুক্ত কৃষ্ণকান্ত সন্দিকৈক আমাৰ দেশৰ সকলোৱে জানে। তেওঁ আৰু তেওঁৰ সহকাৰী অধ্যাপক কেইজনে আৰু শ্ৰীযুত মুকুলীধৰ

—দেখুৱালা মোক, দূৰ সৰগৰ, সোণালী কিৰণ-কণা
কৰিলা তুমিয়ে, পৰ্ব্বত-তটিনী, সুন্দৰ বৰণ-সনা
সুন্দৰতো ক'ই,—তুমিয়ে সুন্দৰ, স্নিগ্ধ-হাঁহি এটি তুমি সৰগৰ
সুন্দৰ জ্যোতিৰে, গ'লা তাহানিয়ে, হয়া মোৰ ওপোচাই,—
—তুমি অ' জোনাকী, বগী ধকেধকী সৰগী সাদৰী বাই ॥

জুৰিলা তুমিয়ে, কোনোবা এৰাতি, মোৰ সি ল'ৰালি গান
সুৰঁৰি, সুৰঁৰি, জীৱনৰ বীণে, আজিও ধৰিছে তান
শুনালা তোমাৰ শীতল পাটীত বুঢ়ী-আই-সাধু হৰা প্ৰাণ-চিত
ঘৰে ঘৰে সেই আজিও ফুৰিছা হাঁহি ল'ৰা ওমোলাই
—তুমি অ' জোনাকী, বগী ধকেধকী সৰগী সাদৰী বাই ॥

নৈএ-পৰেৰতে, গছ পাতে পাতে তোমাৰ আচঁল লৰে
তোমাৰ গোটেই গাতে তৰা-ফুল কেনে জিকিমিকি কৰে—
নেজানো একেঁাকে, কেনি আহাঁ তুমি, ডাৱৰে ডাৱৰে কৰা জুমাজুমি
দুয়ো হাত মেলি কোলা-লোৱাঁ মোক থিতাতে চুমাটি খাই—
—তুমি অ' জোনাকী, বগী ধকেধকী সৰগী সাদৰী বাই ॥

দিনৰ তপত ধূলিত বাগৰি, থাকোঁতে মূৰ্চ্ছিত হ'ই
অধীৰ হিয়াৰ, উদ্বাউল যত হাঁহি খিকিন্দালি ক'ই
গুচাই ঢাকোন কালিমা এন্ধাৰ, দৰশোৱা তুমি শুভ্ৰ-জ্যোতি তাৰ
দিনতীয়া যত, হঁহা-কন্দা কটা যোৱাঁ আহি নিচুকাই
—তুমি অ' জোনাকী, বগী ধকেধকী সৰগী সাদৰী বাই ॥





# চিৰযৌৱনৰ দেশ

( ইংৰাজীৰ পৰা )

( শ্ৰীযুত নগেন্দ্ৰ নাৰায়ণ চৌধুৰী )

ৰুচিয়া ৰাজ্যৰ নাম তোমালোকে শুনিছাহঁক। সেই ৰাজ্যৰ ৰজাক কোৱে জাৰ (Czar)। 'ৰজা' শব্দটোৱে কেনেবাকৈ উলটিগৈ 'জাৰ' হৈছে হব পায়। সি যি হ'ক,—এতিয়া সেই ৰাজ্যৰ কোনো ৰজা নাই। বিপ্লবীদলে জাৰক লগতে তেওঁৰ গোটেই পৰিয়ালটোকে হত্যা কৰি প্ৰজাতন্ত্ৰ শাসন পাতিছে। এতিয়া জাৰৰ সলনি এজন সভাপতিয়ে ৰাজ্য চলাইছে। যি হ'ক সিবোৰ কথালৈ আমাৰ সকাম নাই। আমি কৰখোজা গল্পটোহে কৈ যাম।

এসময়ত ৰুচিয়াৰ এজন জাৰ বৰ ডাঙৰ নৰিয়াত পৰিছিল। দেশত বিস্তৰ ভাল ভাল ডাক্তৰ আছিল, সকলোৱে বৰ যতনেৰে চিকিৎসা কৰিবলৈ ধৰিলে—ৰজাৰ চিকিৎসা, তাক আৰু কব লাগেনে? কিন্তু হলে কি হ'ব, কোনোৱে একোকে কৰিব নোৱাৰিলে। দিনক দিনে তেওঁৰ বেমাৰ বাঢ়িহে যাব ধৰিলে। যেতিয়া দেখিলে যে, ডাক্তৰে একোকে কৰিব নোৱাৰিলে, তেতিয়া দেশৰ সাধাৰণ চিকিৎসকবোৰক মাতি পঠোৱা হল। কিমান ঠাইৰ পৰা কিমান চিকিৎসক, ওজা, বেজ আহি পৰিল তাৰ সীমা সংখ্যা নাই। যেয়ে যিখিনি জানে তাকে দিয়েই প্ৰাণপণে চেষ্টা কৰিবলৈ ধৰিলে;—ৰজাক ৰোগমুক্ত কৰি সুনাম, সুযশ আৰু পুৰস্কাৰ পাব বুলি। কিন্তু জাৰৰ অৱস্থা দিনক দিনে বেয়াহে হবলৈ ধৰিলে। অৱশেষত কৰবাৰ পৰা এজনী বুঢ়ী আহি কলে যে তাই নিচেই সৰু কালতে এখন দেশৰ নাম শুনিছিল তাৰ নাম চিৰযৌৱনৰ দেশ। তাত এটা উহ আছে। সেই উহৰ জল "জীৱন প্ৰস্ৰৱণ" পৰা সঞ্জীৱনী পানী ওলাই নিজৰাৰ দৰে বৈ যাবলৈ ধৰিছে।

সেই পানী আনি খাব পাৰিলে বেমাৰটো সেই মূহুৰ্ত্তে গুছিবই, তাৰোপৰি আৰু আকৌ ডেকা হৈ উঠিব।

সেই দেশ কত আৰু কোনপিনে তাক বুঢ়ীয়ে এৰোকে নাজানে। অকল আছে বুলি শুনিছিল হে মাথোন। এনে অৱস্থাত কোনে ক'লৈ গই চিৰ-যৌৱনৰ দেশলৈ গৈ এই সঞ্জীবনী পানী আনিব? গতিকে ৰজাৰ মনত যি অলপ আশাৰ ৰেখা বিৰিঙ্গ উঠিছিল সি আকৌ লোপ পাব ধৰিলে। তেতিয়া গুৱানীজনীয়ে ক'লে—"দেউতা কিয় চিন্তা কৰিছে? আপোনাৰ তিনিজন কোৱঁৰ জীযাই থাকোতে কিহৰ চিন্তা।' তেওঁলোকক পঠিয়াই দিয়ক, নিশ্চয় সেই পানী আনিব পাৰিব।"

ৰজাৰে নৰিয়া পৰি চিন্তা কৰিবৰ ক্ষমতা নোহোৱা হৈছিল; বুঢ়ীৰ কথাত আকৌ আশা জাগি উঠিল। পাত্ৰ-মিত্ৰ সকলোৱে পৰামৰ্শ দিলে—"সেয়ে ভাল।"

ৰজাৰে বৰ কোঁৱৰ প্ৰিন্স মাইকেলক মাতি জীৱনপ্ৰৱাহৰ পানী আনিবৰ বাবে যাবলৈ আদেশ কৰিলে। মাইকেলে পলম নকৰি হাতী ঘোৰা বয়-বস্তু টকা, পইচা লগত লৈ শুভ যাত্ৰাৰ নিমিত্তে ওলাই পৰিল। কাৰণ পিতাই হ'ল মৰ্ত্ত্যৰ দেৱতা। তেওঁক যেনে তেনে ভাল কৰিব পৰাটোৱেই পুত্ৰৰ অৱশ্য কৰ্ত্তব্য।

( ২ )

প্ৰিন্স মাইকেলে নিজৰ ৰাজ্যৰ পৰা ওলাই অনবৰত যাবলৈ ধৰিলে। যেনেকৈ গৈ গৈ পোন প্ৰথমে যিখন নগৰ পালে সিখনৰ নাম প্ৰমোদ পুৰী।

নতুন দেশৰ নতুন নগৰীত নানা বিলাক ব্যসনৰ সামগ্ৰী পাই বৰ ৰাজকোঁৱৰ আমোদ প্ৰমোদ ৰং-ধেমালিত মত্ত হৈ গ'ল।

অতি আনন্দত বিভোৰ হলে মানুহে কৰ্ত্তব্য পাহৰি পৰে। ৰাজকুমাৰেও সেয়ে হলে।—বাপেকৰ ৰোগক্লিষ্ট মুখখনিয়ে এবাৰো তেওঁৰ মনত ভুমুকি নামাৰিলে। লগত যোৱা মানুহবিলাকে সেইবাৰ দিয়াতো,—"বাৰু কাইলৈ যাম, পৰশুলৈ যাম" বুলি আকৌ বিলাসত বিভোৰ হ'ল।—যাত্ৰা আৰু নহল।

ইফালে কচ্ সম্রাট জাৰে ল'ৰাই উন্নতি আহিব বুলি বাট চাই চাই যেতিয়া দেখিলে যে তাৰ কোনো খবৰ বাতৰি নাই, তেতিয়া তেওঁ বৰ দুশ্চিন্তাত পৰিল। অৱশেষত সকলোৰে লগত পৰামৰ্শ কৰি তেওঁৰ মাজু কোৱঁৰ প্ৰিন্স পেটাৰক সেই পানী আনিবলৈ যাবলৈ আদেশ কৰিলে। প্ৰিন্স পেটাৰেও ককায়েকৰ দৰে টকা পইচা আদি লৈ পিতৃৰ আদেশ পালনৰ নিমিত্তে ওলাই গ'ল। অৱশ্যে ই ৰামচন্দ্ৰৰ নিচিনা হাবিলৈ যোৱা কথা নহয়। তেওঁ ককাইদেৱেক যোৱা বাটে২ গৈ সেই প্ৰমোদ পুৰীত উপস্থিত হ'লগৈ। তাতে দুদিনমান জিৰণি লবৰ মন কৰিলে। সেই কালৰ নগৰবিলাক আজি-কালিৰ নগৰবিলাকৰ নিচিনা ডাঙৰ নাছিল। খিন্তক তাতে দুয়ো ককায়েক ভায়েকৰ দেখা শুনা হ'ল।

"আগৰছাল যি ফালেদি যায় পাচৰ ছালো সিফালেদি যায" বুলি কয়। প্ৰিন্স পেটাৰেও গৈ তাৰ আমোদ প্ৰমোদৰ লোভ এৰিব নোৱাৰিলে। ভোগ-বিলাসকেই ডেকা জীৱনৰ মুখ্য উদ্দেশ্য বুলি ভাবি ৰং ধেমালিত মন প্ৰাণ উটাই দিলে। হায়! প্ৰলোভন তুমি এনে। তুমি মানুহক কৰ্ত্তব্যৰ পৰা বিচলিত কৰি বিপথলৈ নিব পাৰা। মানুহক পশু কৰিব পাৰা তুমিয়েই।

( ৩ )

আশা কৰি কৰি জাৰে কিছুমানদিন কটালে। কিন্তু লৰা দুজন আৰু উভতি নাহিল। তেওঁ হতাশ হৈ পৰিল। অকল এয়ে নহয়,—কুমাৰ দুজনৰ কিবা অমঙ্গল হ'ল বুলি ভাবি বৰ চিন্তিত হ'ল। তাকে দেখি সৰু ৰাজকুমাৰ প্ৰিন্স ডেভিদিয়ে বাপেকৰ আগত প্ৰস্তাৱ কৰিলে যে তেওঁ 'জীৱন প্ৰবাহৰ পানী' আনিবৰ নিমিত্তে চিৰ-যৌৱনৰ দেশলৈ বিচাৰি যাব।

স্নেহময় পিতাকে কিন্তু সেই কথাত মান্তি নহ'ল। তেওঁ কলে,—"নালাগে মোৰ বোপা, তোমাৰ দুয়ো ককায়েৰ গ'ল কিন্তু উভতি নাহিল। সিহঁতৰ কি হ'ল তাক কোনে কব। মোৰ অদৃষ্টত যি আছে সেয়ে হব। তুমি নালাগে ঘৰ এৰি কলৈকো যাব।"

ডেৃডিমিৰে এই কথা শুনি মনে মনে থাকিল। কিন্তু বাপেকক দিনক দিনে দুৰ্ব্বল হৈ যোৱা আৰু মনমৰা হৈ থকা দেখি বৰ চিন্তিত হ'ল। মনত ভাবিলে—"পুত্ৰবৎসল পিতাই ল'ৰাৰ অমঙ্গলৰ ভয়ত নিচিনানজনা দেশলৈ এৰি নিদিব পাৰে, কিন্তু তাৰ নিজৰতো এটা কৰ্ত্তব্য আছে। ককায়েকহঁত বিদেশত বিপদত পৰি প্ৰাণ এৰিলেও,—পিতৃ ঋণ শোধ কৰিলে; আৰু নিজে, তেওঁৰ বাপেকৰ দুখ জানিব পাৰিও অকামিলা কুপুত্ৰৰ নিচিনা নিশ্চিন্ত হৈ ঘৰত বহি আছে। ইয়াতকৈ হতভাগ্য আৰু কোন আছে? নিজৰ অদৃষ্টত যেয়ে থাকক, দেউতাকৰ ৰোগমুক্তিৰ নিমিত্তে প্ৰাণপণে চেষ্টা কৰি পুত্ৰৰ উপযুক্ত কৰ্ত্তব্য কৰিবই লাগিব।—নহলে এই জনমেই মিছা।

সেই ৰাতিয়েই কাকো কোনো কথা নোকোৱাকৈ সৰু ৰাজ কোৱঁৰ প্ৰিন্স ডাডিমেৰে সেই নজনা নুশুনা চিৰযৌৱনৰ দেশলৈ সঞ্জীৱনী পানী আনিবলৈ খোজ ললে।—লগত কোনো সহায় নাই—সম্পদ নাই,—ধনজন একেবাৰেই নাই। কেৱল যিফালেই দুই চকু গৈছে সিফালেই গৈ আছে। সম্বল—অকাল পিতৃ ভক্তি আৰু কৰ্ত্তব্যৰ উদ্গণি। কিমান নতুন নতুন ঠাইৰ মাজে দি গৈ আছে কিন্তু কোনোফালে তেওঁৰ দৃষ্টি নাই। এইদৰে সেই প্ৰলোভনৰ পীঠ স্থান প্ৰমোদ পুৰীত সোমালহি। কিন্তু তাৰ সৌন্দৰ্য্য আৰু বিলাসবাসনৰ সামগ্ৰী প্ৰভৃতি একোৱে সৰু ৰাজকুমাৰৰ চকু নপৰিল। কাৰণ মানুহৰ চকু আৰু কাণ আদি ইন্দ্ৰিয়বোৰ উপলক্ষ মাত্ৰ, সকলোৰে কৰ্ত্তা হ'ল মন। তেওঁৰ সেই মন আছিল আন বিষয়ত আবদ্ধ; চিন্তা আছিল কেনেকৈ ক'ত গলে সেই চিৰযৌৱনৰ দেশ পাবগৈ। ভোকক ভোক নুবুলি, পিয়াহক পিয়াহ নুবুলি একেৰাহে গৈ-গৈ এক মস্ত অৰণ্যত সোমালগৈ।

হাবিখন ডাঙৰ গছ গছনি আদিৰে ভৰি থকা। গছৰ ঠাল ঠেঙুলিবিলাক ইটোৱে সিটোৰ গাত লাগি ৰদ পোহৰ বন্ধ কৰি দিছে: দিনতে গধূলি যেন এন্ধাৰ কৰি পেলাইছে। এই হাবিখনত কেতিয়াবা মানুহৰ শুভাগমন হৈছিল বুলি মনে নধৰে। অদ্ভুত মাত্‌ৰে কিমান চৰাই ইগছ সিগছ কৰি উৰি ফুৰিছে;

ফেচাঁ হুদু প্রভৃতি নিশাচৰ চৰাইবিলাকে নিসঙ্কোচে গছৰ ঠালত বহি গধূৰ মাতেৰে গম্ভীৰতৰ কৰি তুলিছে বাঘ ভালুক আদি হিংস্র জন্তুবিলাকে নির্ভয়ে ইফালে সিফালে ঘূৰি ফুৰিছে —কেতিয়াবা মনৰ আনন্দত গৰ্জ্জন কৰি অৰণ্য কঁপাই তুলিছে। শুনিলে মহাবীৰৰো অন্তৰ কঁপি উঠে। কিন্তু ডেকাৰিমিৰ নিৰ্ভীক। পিতৃ-মাতৃৰ আশীৰ্ব্বাদ যাৰ শিৰত তাৰ অমঙ্গলৰ সম্ভাৱনা কত? তেওঁক দেখা মাত্রকে জন্তুবিলাকে ভয়ত পলাই যাবলৈ ধৰিলে।

( ৪ )

এই বিপদ সঙ্কুল মহা অৰণ্যৰ মাজে মাজে ১০ দিন গৈ এক মহাসাগৰৰ পাৰত উলালহি। ৰাজকুমাৰ বিষম চিন্তাত পৰিল। এতিয়া কোনফালে কত যায় কাক সোধে কোনফালে চিৰযৌবনৰ দেশ ভাবি ভাবি সাগৰৰ পাৰে পাৰে গৈ আছে এনেতে এজনী আলৰ বুঢ়ী লগ পালে। তাইৰ ইমান বয়স হৈছে যে থিয় হলে থৰ থৰ কৈ কপে, কবাল পৰি গৈছে, কোনো গতিকে এখোজ দুখোজকৈ খোজ কাঢ়ে। প্রিন্সে বহুত বুঢ়াবুঢ়ী দেখিছিল কিন্তু ইমান বয়সীয়া বুঢ়ীৰ কথা কেতিয়াও সপোনতো ভাবিব পৰা নাছিল। সি হক তাইৰ ওচৰত গৈ কোৱঁৰে সন্মানেৰে সৈতে সুধিলে— কানবাটে গলে চিৰযৌৱনৰ দেশ পাব।

ৰাজ কোৱঁৰৰ মাত শুনি বুঢ়াজনীয়ে বাপা কঁপি কলে, "ঐ বাপ মোৰ বোপাই? মোৰ বয়স এহেজাৰ বছৰমান হল কিন্তু এনে ঠাইৰ নামতো কেতিয়াও শুনা নাই।"

প্রিন্সে নিজৰ পৰিচয় দিলে আৰু কষ্টপৰা কি নিমিত্তে আহিছে সকলো কলে। শুনি পেলাই হাজাৰ বছৰীয়া বুঢ়ীৰ বৰ মৰম হল। বিশেষকৈ তাৰ অমায়িকতা, সৌজন্য সাহস, আৰু অধ্যৱসায় দেখি বৰ ভাল পালে। মৰম লগা মাতেৰে মাতিলে, "বাৰু মোৰ সখীহঁতে জানিলে জানিব পাৰে সোধোচোন"।

এই কথা কৈ বুঢ়ীজনীয়ে সাগৰৰ পানীৰ কাষলৈ গৈ ভুঁ ভুঁ কৈ শিঙ্গা ফুকাবলৈ ধৰিলে। শিঙ্গাৰ মাত শুনি যত যিমান মাছ আছিল আটাইবিলাকে

পানী তুফান কৰি বুঢ়াৰ ওচৰলৈ আহিল। বুঢ়ায়ে সকলো মাছকে সেই চিৰযৌৱনৰ দেশৰ কথা সুধিলে কিন্তু দুখলগা কথা কোনেও সেই দেশৰ কথা কব নোৱাৰিলে। কি কৰিব নিৰুপায় হৈ ডেঙ্ডিমিৰে এটা ক্ৰুম্বুনিয়াহ কাঢ়ি তাৰ পৰা গুচি যাবলৈ ওলাইছে এনেতে এটা ডাঙৰ তিমিমাছ বেগেৰে আহি উপস্থিত হ'ল। তাৰ অহাত ইমান পলম হল কিয়, বুঢ়াইনাগে সুধিলে। সি কলে যে চিৰযৌৱনৰ দেশলৈ গৈছিল; সেই ঠাইখন ইয়াৰ পৰা বহুত দূৰ সেঁয়েহে আহোঁতে ইমান পলম হ'ল।

শুনি তাই সুখী হ'ল আৰু ৰাজ কোঁৱৰেও আকাশৰ জোন হাতত পোৱাৰ নিচিনা পালে। বুঢ়ায়ে আকৌ তিমিমাছটোক সুধিলে 'বাৰু, তই এই ধুনীয়া লৰাটোক সেই চিৰযৌৱনৰ দেশলৈ লৈ যাব পাৰিবনে?" তিমিয়ে উত্তৰ দিলে "আপুনি কৈছে যেতিয়া অৱশ্যে পাৰিম কিন্তু এতিয়াতো নহব। মাজনিশা যেতিয়া সকলোৰে টোপনি আহব তেতিয়াহে সুবিধা হব কাৰণ জীৱন প্ৰবাহৰ দুৱাৰী এজনী পৰী। তাইৰ লগতে দুগৰাক্ষী ভীষণ আৱৰ্তিৰ ড্ৰেগন থাকে। সিহঁত দুয়ো তাইৰ লগতে টোপনি নেযায় মানে তালৈ যোৱা মহা বিপদৰ কথা।"

( [illegible] )

[illegible] সিদ্ধি হব [illegible] দলটো [illegible] তিমিমাছটোৰ পিঠিত উঠি বাহিলনে! [illegible] ইমান বেগেৰে পাৰে ৰাজ কোঁৱৰক লৈ যাবলৈ ধৰিলে। অৱশেষত সেই [illegible] গৈ পালে। তেতিয়া সকলোৰেই টোপনিত অচেতন। তিমিৰ পৰামৰ্শ মতে নিচৰৰ কাষে কাষে তেওঁ হাতৰ সাৰে ভৰ সাৰে উচৰৰ ওচৰলৈ গল। —কি [illegible] প্ৰকৃতিয়ে [illegible] দিব লাগিছা' চাৰিওফালে নানা বৰণীয়া [illegible] গোন্ধ আমোল মোল। ফুলবিলাক ফুলে কিন্তু কেতিয়াও শুকাই নাযায গোন্ধ থাকে বৰং [illegible] একে সমানে থাকে তাৰ মাজতে এটি [illegible] বিত্তোপন [illegible] পৰা অনবৰত সোণালী বৰণৰ পানী ওলাই চাৰিওফালে বিয়পি পৰিছে।

সেইবোৰ পানীৰ পৰা এক অপূৰ্ব্ব ইন্দ্ৰধনুৰ সৃষ্টি হৈছে আৰু সেই ইন্দ্ৰধনুৰ পৰা ওলোৱা আভাই ৰূপালী জোনাকৰ নিচিনা চাৰিওফালে পোহৰ পেলাইছে এই পোহৰতে কোৱঁৰে দেখিলে ওচৰতে টোপনিত এক অপূৰ্ব্ব সুন্দৰী; মুখত মৃদু মধুৰ হাঁহি। কিন্তু বিসদৃশ—তাইৰ ওচৰতে দুটা ভীষণাকাৰ ড্ৰেগন টোপনিত পৰি আছে। কি ভয়ঙ্কৰ—আকৃতি! প্ৰতি উশাহ পেলোৱাৰ লগতে দুইটাৰে নাক দুটাদি জ্বলন্ত জুইৰ শিখা ওলাইছে। ওৰে গাত ডাঙ্গৰ ডাঙ্গৰ বিষাক্ত কাইট অলপ শব্দ পালেই গম পাব পাৰে। তেতিয়া জাগি উঠিলে আৰু ৰক্ষা নাই। চাই ড্ৰেডিমিৰৰ বুকু কঁপি উঠিল; কিন্তু পিচমূহূৰ্ত্ততে আকৌ সাহস হ'ল। এই পানী নিবই লাগিব, নহলে তেওঁৰ পিতা কালৰ গ্ৰাসৰ পৰা ৰক্ষা নপৰিব। তেওঁ লাহে লাহে এই উহৰ মুখলৈ গৈ দুটা বোতল সেই নিৰ্ম্মল সঞ্জীৱনী পানীৰে ভৰাইলৈ আকৌ তেনেই লাহে লাহে গুচি আহিবলৈ ধৰিলে।

আহিবৰ সময়ত আকৌ এবাৰ তেওঁ পৰীজনীৰ মুখৰ পিনে ভালকৈ চাই ললে। কি অপূৰ্ব্ব সুন্দৰী! তাইৰ ধুনীয়া ৰূপ দেখি ৰাজকুমাৰ ইমান মোহিত হ'ল যে তেওঁক বিয়া কৰিবৰ বাবে ধাউতি হল কিন্তু তেওঁ আছিল পিতৃভক্ত পুৰুষ। তেওঁৰ আশা আকাঙ্ক্ষা সকলো আছিল তেতিয়া—একমাথোন বাপেকৰ প্ৰাণ ৰক্ষা কৰা। নিজৰ মুখতকৈ কৰ্ত্তব্য তেওঁৰ ওচৰত গধুৰ যেন মনত হল। গতিকে পিতৃভক্তি পৰায়ণ কোৱঁৰ ঘৰলৈ যাবলৈ ব্যস্ত হৈ পৰিল। ঠিক কৰিলে, এই পানীৰ সহায়ত দেউতাকক ভাল কৰি পিচত আহি বিয়া কৰিবৰ চেষ্টা কৰিব। সি যে এই ঠাইলৈ আহিছিল তাৰ এটা চিন থৈ যোৱা উচিত বুলি ভাবিলে। আৰু সেই নিমিত্তে নিজৰ ডিঙ্গিৰ পৰা এডাল হাৰ সোলোকাই পৰী জনীৰ ধুনীয়া ডিঙ্গিত আৰি দিলে। সেই হাৰ ডালত এটা 'লকেট' আৰি থোৱা আছিল। কোৱঁৰৰ আকৃতিৰ এখন ছবি।

প্ৰিন্স ড্ৰেডিমিৰে আৰু পলম নকৰি নিঃশব্দে আকৌ যিমান বেগাই পাৰে সাগৰৰ পাৰলৈ গ'ল। তাত তিমিমাছটো সাজু হৈ আছিল। কুমাৰ আহি পোৱা মাত্ৰকে আকৌ পিঠিত বহুৱাই লৈ যি ঠাইৰ পৰা আহিছিল তালৈ লৈ গ'ল।

( ৬ )

মহাসাগৰৰ পাৰত আগৰ ঠাইতে সেই হাজাৰ বছৰীয়া বুঢ়ীজনী বহি আছিল। ৰাজকুমাৰ ড্রেডিমিৰে গৈ তাইক এবতল জীৱন-প্ৰবাহৰ সঞ্জীৱনী পানী দিলে। তাই এই পবিত্ৰ আৰু সুস্বাদু পানী খাই ধন্য মানিলে! খোৱামাত্ৰকে ইমান বছৰীয়া বুঢ়ীয়ে এজনী ধুনীয়া গাভৰু ছোৱালী হৈ উঠিল। গাভৰুকলীয়া লাৱণ্য আৰু শক্তি আকৌ পাই নথৈ বং পালে। দুহাত তুলি কোৱঁৰক ধন্যবাদ আৰু ভগৱানৰ নামে আশীৰ্ব্বাদ কৰিবলৈ ধৰিলে।

কুমাৰে তাত বেচি পৰ পলম নকৰি তাইৰ পৰা বিদায় লৈ ঘৰমুৱা হ'ল। আগত কৈ অহা নানা জীৱ-জন্তুৱে ভৰপূৰ হাবিখনিত সোমাল। যিজন ন্যায় আৰু ধৰ্ম্মৰ পথত থাকে বেগতে তেওঁৰ কোনো বিপদ হব নোৱাৰে। ভগৱানে তাক ৰক্ষা কৰে। ৰাজকুমাৰ নিৰ্ব্বিঘ্নে হাবিখন পাৰহৈ যি প্ৰমোদপুৰীত তেওঁৰ দুই ককাই আমোদ-প্ৰমোদ আৰু বিলাস-ব্যসন প্ৰভৃতিত মত্ত হৈ কৰ্ত্তব্য কৰ্ম্ম পাহৰি আছিল তাত সোমালহি। দেখিলে নগৰৰ বাটে বাটে কিমান নতুন নতুন বস্তু সজাই থোৱা আছে। নানা মানুহে চিত্ৰ-বিচিত্ৰ সাজপাৰ লৈ বাটে বাটে ফুৰিছে; ঘৰে ঘৰে গীতবাদ্য চলিছে; লৰা, ডেকা, বুঢ়া, মুনিহ, তিৰোতা সকলোৱে যেন উৎসাহত নাচি ফুৰিছে। যেন মানস-সৰোবৰত ৰাজহংসহংসীয়ে পোৱালী লৈ মনৰ আনন্দত পানীত খেলিছে। অকল খোৱালোৱা আৰু আমোদ-প্ৰমোদত বাজে মনুষ্য জীৱনৰ যেন আন কোনো কৰ্ত্তব্য নাই। কিন্তু নিৰ্দ্দোষ পবিত্ৰ আনন্দ অৰ্থাৎ কৰ্ত্তব্য বা লোকহিত সাধনত যি আনন্দ বা আত্মপ্ৰসাদ লাভ হয় সি অতুলনীয়।—বং ধেমালিত পইচা লাগে গতিকে বহুতে অৰ্থ সঙ্কটত পৰি নিৰাশ হৈ প্ৰমোদপুৰী এৰি আকৌ আন ঠাইলৈ খোজ লৈছে। সিহতঁৰ লগৰ সম্বল অকল হুমুনিয়াহ আৰু পৰিতাপ।

প্ৰিন্স ড্রেডিমিৰে দেখিলে—তেওঁৰ দুই ককাই প্ৰিন্স মাইকেল আৰু প্ৰিন্স পেটাৰ তাতে সকলো পাহৰি বং ধেমালিত মত্ত হৈ আছে, মৰা নাই। তেওঁলোকক 'জীৱন প্ৰবাহ' পানীৰ বতলটো দেখুৱালে আৰু লগতে ঘৰলৈ যাবলৈ মাতিলে। * * *

তিনিও ভাই ককাই একেলগে ঘৰৰ ফালে খোজ ললে কিন্তু তাঁহঁত দুই কুমাৰ তেতিয়া মনুষ্যত্ব হেৰুৱাই স্বাৰ্থান্ধ পশুত্ব প্ৰাপ্ত হৈছিল। ভাবিলে দেউতাই যেতিয়া সকলো খবৰ ডেড়িমিৰৰ মুখত শুনিব তেতিয়া জানোচা তেওঁলোকৰ ওপৰত খং কৰি ঘৰৰ পৰা খেদি দিয়ে, আৰু সৰু ভায়েকক ৰাজপাট দিয়ে"। গতিকে তাক বধ কৰিবৰ মতলব কৰিলে। * * * এদিনাখন সৰু ভায়েক প্ৰিন্স ডেড়িমিৰক সুবিধা লৈ বাটতে হত্যা কৰি পেলাই থৈ দিলে আৰু তেওঁলোক দুয়ো সেই সঞ্জীৱনী পানীৰ বতলটো লৈ ৰাজধানী ওলালগৈ।

( ৭ )

আনফালে চিৰ-যৌৱনৰ দেশৰ সেই ধুনীয়া পৰীজনী সাৰ পাই উঠি নিজৰ ডিঙিত এডাল চিকন সোণৰ হাৰ দেখি আচৰিত হ'ল। কোনে কৰপৰা আহি পিন্ধাই থৈ গ'ল, তাকে জানিবৰ বাবে মন চঞ্চল হৈ উঠিল। আকৌ হাৰডাল এনে চিকণ যে তাকে চাই চাই বৰ ৰং পালে। হাতত লৈ ঘুৰাই পকাই চাই থাকোতে "লকেটৰ কব্জাটো খুলি গ'ল। তাৰ ভিতৰত থকা ডেড়িমিৰৰ ছবিখন ওলাই পৰিল। পৰীজনায়ে সেই প্ৰতিকৃতি চাই মোহিত হ'ল। ধুনীয়া ৰাজকুমাৰৰ চেহাৰা চাই চাই যেন হেপাহ নপলায়। যেতিয়া এই হাৰৰ ছবিৰ গৰাকী তাইলৈ আহিছিল তেতিয়া কিয় তাইৰ টোপণি নাভাঙিল বুলি দুখ কৰিবলৈ ধৰিলে। তাই মনতে ক'লে—এই ধুনীয়া ডেকা যেয়ে নহক, তাক পালেই মই বিয়া কৰাম"। যিফালেই যাওক সৰহদূৰ যোৱা নাই বুলি ভাবি, ড্ৰেগণ সুটাক মা॰॰ লৈ, এটাৰ পিঠিত উঠি তাইৰ মনচোৰক বিচাৰি উলিয়াবৰ বাবে চিৰ-যৌৱনৰ দেশ এৰিলে। ড্ৰেগণ আকাশেদি উৰিবলৈ ধৰিলে। আজিকালিৰ এৰোপ্লেন বা জেপ্লিনত উঠি উৰি যোৱাৰ নিচিনাকৈ তলৰ পিনে চাই চাই যাবলৈ ধৰিলে। এনেকৈ গৈ গৈ যি ঠাইত সৰু ৰাজকোৱঁৰক হত্যা কৰি পেলাই থৈছিল তাত উপস্থিত হ'ল। দেখিলে কোৱঁৰক কোনোবাই মাৰি পেলাইছে। তেতিয়া তাই কাটি পেলোৱা ডেড়িমিৰৰ মূৰাশটো জোৰা লগাই দিলে আৰু তাৰ ওপৰত 'জীৱন-প্ৰবাহৰ' পানী মন্ত্ৰপূ৽

কৰি ছটিয়াই দিলে। কোঁৱৰ পুনৰ্জীৱন পাই দুই ককায়েকৰ সলনি পৰীজনীক দেখি আচৰিত হ'ল। তেওঁ টোপনি যোৱা বুলি ভাবিছিলে; কিন্তু পৰীজনীৰ মুখত যেতিয়া সকলো শুনিলে আৰু নিজৰ লগত সঞ্জীৱনী পানী আদি একোকে নেদেখিলে তেতিয়া তেওঁৰ বুজিবলৈ একো বাকী নাথাকিল যে এইবোৰ দুই ককাইৰ কাণ্ড। ততালিকে পৰীজনীয়ে এটাত আৰু ৰাজকোঁৱৰ আনটো ড্ৰেগণত উঠি বিদ্যুৎ বেগেৰে কচ ৰাজধানীলৈ বুলি উৰি যাব ধৰিলে। মটৰ, ৰেল, এৰোপ্লেন, জেপ্লিনাদি এই দুটা ড্ৰেগনৰ আগত কি লৰিব। ড্ৰেডিমিৰৰ কাণত বতাহ লাগি 'ভণ ভণ' কৰিবলৈ ধৰিলে। চোলা যেন ফালি গাৰপৰা উৰি যাব খোজে ইমান যে বেগ।

( ৮ )

আনফালে প্ৰিন্স মাইকেল আৰু প্ৰিন্স পেটাৰে লয়-লস্কৰে সৈতে 'জীৱন প্ৰবাহ' উহৰ পবিত্ৰ পানী লৈ জাৰৰ আগত হাজিৰ আছি। যিবোৰ কথা আৰু বৰ্ণনা ভায়েকৰ মুখত শুনিছিল তাকে বহনাই কবলৈ ধৰিলে। আৰু সৰু ভায়েক প্ৰিন্স ড্ৰেডিমিৰক বাটতে দস্যুয়ে মাৰি পেলাইছে বুলি মিছা দুখ কৰি দেখুৱাবলৈ ধৰিলে।

জাৰে সৰু লৰাৰ মৃত্যুৰ সংবাদ পাই যেনে দুখ পালে আকৌ ঢুকোৱা বুলি ভাবি থকা লৰা দুটাক পাই তেনে ৰং পালে। তাৰোপৰি জীৱন প্ৰবাহৰ পানী পাই বেমাৰৰ পৰা ভাল হ'ব আশাত মন নাচি উঠিল। ডাঙৰ আৰু মাজু কোঁৱৰৰ মিছা দুখ কৰাৰ ভু একো নাপালে। ককায়েকহঁতে যে ভায়েকক হত্যা কৰি মিছা মাতিছে সেই কথা কোনোৱে সন্দেহ নকৰিলে। আৰু সকলোৱে সৰল মনেৰে বিশ্বাস কৰিলে। সৰু লৰা সিপুৰালৈ গ'ল তাৰ আৰু উপায় কি। … চন্দন ভাঁগাই পাছে তেওঁলোকৰ বুকুত পাই জাৰে শান্তি পালে।

৯

জাৰে জীৱন প্ৰবাহৰ পানী খাই বেমাৰৰ পৰা সেই মুহূৰ্ত্ততে ভাল হ'ল। তাৰ উপৰিও তেওঁ আচৰিত হ'ল যে, তেওঁ আকৌ এজন ৰনাযা ডেকা যেন

হৈ উঠিল। তেওঁৰ বুঢ়া কালৰ সকলো দোষ গুচি গ'ল : এতিয়া নতুন ডেকাৰ দৰে তেওঁৰ মনত স্ফুৰ্ত্তি, উৎসাহ, সাহস, উদ্যম কৰ্ম্মপ্ৰেৰণা প্ৰভৃতি সকলো উক্তি আহিল। ইয়াকে দেখি তেওঁ লৰা দুজনৰ ওপৰত বৰ সন্তুষ্ট হ'ল। প্ৰতিদানস্বৰূপে ডাঙৰ ৰাজকোৱঁৰ প্ৰিন্স মাইকেলক উত্তৰ কচিয়া আৰু মাজু ৰাজকোৱঁৰ পেটাৰক দক্ষিণ কচিয়াৰ ৰজা হৈ শাসন কৰিব বুলি ঘোষণা কৰিলে।

( ১০ )

যি মুহূৰ্ত্ততে জাৰৰ মুখৰ পৰা এই আনন্দ বাণী প্ৰচাৰ হ'ল ঠিক সেই সময়তেই পৰা সুন্দৰীৰ বিকট ড্ৰেগণ দুটাই আকাশেদি উৰি আহি ক্ৰূৰপ্ৰকৃতি দুই ৰাজকুমাৰক খণ্ড বিখণ্ড কৰি মাৰি পেলালে।

তাকে চাই ৰাজপ্ৰসাদৰ সকলো আচৰিত হ'ল। সকলোৰে ভয়ত তত নাইকীয়া হ'ল। কোনে কত পলাব উপায় নাপাই ইটোৱে সিটোক সাৱট মাৰি ধৰিলে আৰু কোনো কোনোবাই ইটোৱে সিটোৰ গাত খুন্দা খাই মাটিত বাগৰি পৰিল। কোনো কোনো অজ্ঞান হ'ল। তেতিয়া পৰীজনীয়ে সকলোকে অভয়দি ডাঙৰ দুই ৰাজকোৱঁৰক মাৰি পেলোৱাৰ কথা সকলো ভাঙি পাতি কলে।

প্ৰকৃত ঘটনা জানিব পাৰি সকলো সুস্থিৰ হ'ল। সৰু ৰাজকুমাৰৰ পিতৃভক্তি কাৰ্য্যতৎপৰতা প্ৰভৃতি দেখি সকলোৱে ভাল পালে। তেনেকুৱা মানুহক যে ভগবানে পুৰস্কাৰ দিয়ে আৰু পাপীষ্ঠক বিনাশ কৰে তাক সকলোৱে মুক্তকণ্ঠে কবলৈ ধৰিলে।

* জেডিমিৰে ভবা নাছিল যে তেওঁৰ ডাঙৰ ককায়েকক ড্ৰেগনে এনেদৰে মাৰি পেলাব। আচম্বিতে এনে ঘটনা হৈ গ'ল হাক দিবৰো সময় নাপালে দেখি মনত বৰ দুখ হ'ল। তেতিয়া সকলোৱে তেওঁক বুজালে যে পাপীয়ে কৰ্ম্ম-ফল ভুগিছে ; ইয়াত তোমাৰ দোষৰ কোনো কাৰণ নাই

*   *   *   *

ইয়াৰ পিচত পিতা-মাতাৰ আদেশ লৈ সৰু ৰাজকোৱঁৰ প্ৰিন্স ডেুডিমিৰে তেওঁৰ প্ৰণয়িনীৰ লগত সেই চিৰ-যৌৱনৰ দেশলৈ ড্ৰেগনত উঠি গুচি গ'ল। তাত গৈ জীৱন-প্ৰবাহৰ চিৰ-পবিত্ৰ সঞ্জীৱনী পানী প্ৰাণ ভৰি খালে। এদিন শুভ-দিন চাই মহা সমাৰোহে ধুনীয়া পৰীজনীৰ লগত শুভ-পৰিণয় হ'ল।·········এতিয়াও সেই দেশত কুমাৰ আৰু পৰীজনীয়ে চিৰ-যৌৱন লাভ কৰি মহাসুখে দিন কটাইছে। আমাৰ কোনো পাঠক-পাঠিকাই যদি সেই দেশলৈ যায়, তেন্তে,তাৰ এক আঁজলি পানী যেন আমিও পাওঁ।



## জৰ্জ ওৱাছিংটনৰ বাল্য জীৱন

( শ্ৰীমান প্ৰফুল্ল গোস্বামী )।

আমেৰিকাত যিবিলাক বীৰ, যিবিলাক মহাপুৰুষ জন্মিছিল সেই সকলৰ ভিতৰত জৰ্জ ওৱাছিংটনো এজন। তেওঁ এজন অসাধাৰণ বীৰ গুণী, মহাপুৰুষ আছিল। তেৱেঁই আমেৰিকাৰ প্ৰধান বীৰ আৰু মহাপুৰুষ।

জৰ্জ ওৱাছিংটনৰ পূৰ্ব্ব পুৰুষসকলৰ আচল ঘৰ ইংলণ্ডত আছিল। তেওঁৰ বংশটোৱে মান মৰ্য্যাদাত বিশেষভাৱে খ্যাতি লাভ কৰিছিল। সেই বংশৰ আগষ্টিন্ ওৱাছিংটনে তাতে জীবিকা নিৰ্ব্বাহ কৰিছিল। তেওঁ দুগৰাকী তিৰোতা বিয়া কৰাইছিল। প্ৰথম গৰাকী স্ত্ৰীৰ মৃত্যুৰ পাচত ১৭১০ খৃঃত তেওঁ ২য় গৰাকী পত্নী গ্ৰহণ কৰে। এই গৰাকী তিৰোতাৰ নাম মেৰী আছিল। তেওঁ সুশিক্ষিতা ( তিৰোতাৰ যিখিনি শিক্ষাৰ দৰ্কাৰ ) আৰু গুণৱতী আছিল। আগষ্টিন্ আৰু মেৰী দুয়ো

পতি-পত্নী সদায় ধৰ্ম্মমানি চলিছিল; কোনো কামতে হেলা নকৰিছিল। দুয়ো উৎসাহী আৰু উদ্যোগী আছিল। ১৭৩২ খৃঃ ২২ ফেব্রুৱাৰীৰ দিনা ভাৰ্জিনিয়াত তেওঁলোকৰ এটি লৰা হয়। সেই লৰাটিয়েই মহাপুৰুষ মহাবীৰ জৰ্জ ওৱাছিংটন্! জৰ্জ ওৱাছিংটনেই মেৰীৰ প্ৰথম পুত্ৰ। তেওঁৰ আৰু পাচোটা ভায়েক আছিল।

বাপেক মাক দুয়ো শিক্ষিত আছিল। আৰু সেই কাৰণেই তেওঁলোকৰ সন্তানক সৎ শিক্ষা দিছিল। তেওঁলোকে সন্তানক স্কুলত দিয়েই সন্তুষ্ট থকা নাছিল ঘৰতো তেওঁলোকে শিক্ষা দিছিল। অগষ্টিনে জৰ্জ ওৱাছিংটনক এনে শিক্ষা দিছিল যে তাক উল্লেখ নকৰি নোৱাৰি। এদিনাখন শৰৎকালত বাপেক পুতেক বাগানত ফুৰি ফুৰিছিল। জৰ্জে বাগিচাত অনেক সুন্দৰ সুন্দৰ ফল পকি সৰি থকা দেখি আনন্দ মনেৰে সেইবোৰ খাবলৈ আৰম্ভ কৰিলে। তেতিয়া বাপেকে জৰ্জক কলে "জৰ্জ, তোৰ মনত পৰেনে যে তোক এজন মানুহে এটা ফল দিছিল আৰু তই যে অকলে অকলে খাবলৈ খুব অস্থিৰ হৈ পৰিছিলি। মই অনেক কোৱাতহে তই তোৰ ভনীয়েৰ-হঁতক দিছিলি। তেতিয়া মই কৈছিলো যে তই এতিয়া মোৰ কথা শুন, পাচত শৰৎকালত এনে ধৰণৰ ফল খাবলৈ পাবি।" তেতিয়া জৰ্জে নিজৰ স্বাৰ্থপৰতা বুজিব পাৰি বৰ লাজ পালে। তেতিয়া পিতাকে কলে "মই তোক যি কৈছো সি সঁচানে মিছা।" জৰ্জে তেতিয়াই সেই কাম কৰাৰ পৰা পিতাকক ক্ষমা খুজি আৰু আগলৈ তেনে কাম নকৰিবলৈ প্ৰতিজ্ঞা কৰিলে। এনেকুৱা আৰু এটা ঘটনা উল্লেখ যোগ্য। এবাৰ অগষ্টিনে এডোখৰ মাটি চাহ কৰি তাতে কফি কৰি জৰ্জ ওৱাচিংটনৰ নাম লিখিছিল। কফিবিলাক গজি ওলপ ডাঙৰ হলত "জৰ্জ ওৱাচিংটন" নামটি সেউজীয়া চিত্ৰাক্ষৰে যেন লিখি থৈছে এনে হল। জৰ্জ এদিনাখন বাগিচালৈ গৈ তেওঁৰ নাম দেখি আচৰিত হ'ল। আৰু পিতাকক মাতি নি কোনে লিখিলে সুধিলে। তেতিয়া তেওঁ আপোনা আপুনি হোৱা বুলি কলে। জৰ্জে কিন্তু তাক বিশ্বাস কৰিব নোৱাৰিলে আৰু কোনে লিখিছে বাৰে বাৰে সুধিব ধৰিলে। তেতিয়া পিতাকে কলে "সঁচা এইবোৰ আপোনা আপুনি হোৱা নাই। ময়েই এইবোৰ কৰিছো। বাৰু জৰ্জ তোৰ নামটোৰ এটা

আথবো যাঁহ গছি আপোনা আপুনি হব নোৱাৰে তেন্তে এই বিশ্ব ব্ৰহ্মাণ্ডৰ গ্ৰহ, নক্ষত্ৰ, তৰা এইবোৰ নো কোনে আকাশত সজাই থৈছে? এই যে পৃথিবীৰ গছ-গছনি ফলবোৰ দেখিছ, এইবোৰ আপুনিয়েই হৈছেনে?" জৰ্জে তৎক্ষণাৎ কৈ উঠিল "নহয় পিতা এইবোৰ আপোনা আপুনি নহয়। ঈশ্বৰে এইবোৰ কৰিছে।" পিতাক অগষ্টিনে এনে বুদ্ধিৰে শিক্ষা দিছিল।

জৰ্জ ওৱাছিংটন বাল্য কালৰে পৰা সৎ সাহসী আৰু সত্যবাদী আছিল তেওঁ সঁচা কবলৈ ভয় নকৰিছিল। অগষ্টিনে জৰ্জক বাল্য-কালতে এখন কুঠাৰ দিছিল। জৰ্জে কুঠাৰ পাই মহা আনন্দ। আৰু বস্তুত বাৰীৰ গছ আদি কাটি পেলাবলৈ ধৰিলে। আগষ্টিনে বৰ যত্ন কৰি এজোপা চেৰি গছ কৰিছিল। জৰ্জে কুঠাৰেৰে সেই গছ জোপাও কাটি পেলালে। পাচদিনা অগষ্টিনে তেওঁৰ চেৰি গছ জোপা কাটি থোৱা দেখি বৰ খঙেৰে কোনে কাটিছে সকলোকে সুধিলে কিন্তু কোনোৱে কব নোৱাৰে। অৱশেষত জৰ্জক সুধিলে। তেতিয়া জৰ্জে কটা বুলি নিৰ্ভয় মনেৰে কলে। তেওঁ সত্য কথা কোনো শাস্তিৰ ভয়ত লুকাই নথলে। তেতিয়া বাপেকে পুতেকৰ তেনে কথা শুনি বৰ আনন্দ পালে। তেওঁ জৰ্জক চুমাখাই কলে "বাচা আজি মই তোৰ কথাত বৰ আনন্দ পাইছো। হাজাৰ হাজাৰ চেৰী গছ পালেও তেনে সুখ পাব নোৱাৰো। তই যেন এইদৰে আজিৰ দৰে সদায় সত্য পথে চল, ঈশ্বৰে তোক ৰখক।"

পাচ বছৰ বয়সত জৰ্জক স্কুলত ভৰ্ত্তি কৰি দিয়া হল। হবি নামে এজন মানুহৰ এখনি স্কুল আছিল। তাতে তেওঁ ভৰ্ত্তি হয়। বাস্তৱিক শিক্ষক ছাত্ৰৰ ভিতৰত বৰ মিল হৈ উঠিছিল। হবি চাহাবে জৰ্জৰ স্বভাব চৰিত্ৰ দেখি তেওঁক অন্তৰেৰে ভাল পাইছিল। বৰ মৰম কৰি শিক্ষা দিছিল।

জৰ্জেও হবি চাহাবক খুব ভাল পাইছিল। জৰ্জ আন লৰাৰ দৰে নাছিল। তেওঁ তেওঁৰ কিতাপ বহী সকলো পৰিষ্কাৰ পৰিচ্ছন্নভাবে ৰাখিছিল। তেওঁ ভালকৈ পঢ়িব পাৰিছিল। সকলো কামকে মনোযোগে কৰাত সকলো শিক্ষকেই তেওঁক

ভাল পাইছিল। পঢ়াত যেনে পাকৈত খেলাতো তেনে পাৰ্গত। তেওঁ কুস্তি কৰিছিল, জপিয়াইছিল, ঘোঁৰাত উঠিছিল, সাঁতুৰিছিল, ধনু কাঁড় মাৰিছিল, আৰু নানা খেলা কৰি ফুৰিছিল। কোনেও তেওঁৰ লগত দৌৰাত, জপিওৱাত ফেৰ মাৰিব নোৱাৰিছিল।

তেওঁৰ শৰীৰ গঠন প্ৰণালী অতি সুন্দৰ আছিল। তেওঁ হৃষ্ট-পুষ্ট, আটিল গাৰে এটা লৰা। যেতিয়া জৰ্জৰ ৮ বছৰ বয়স তেতিয়া এটা আন্দোলন চলিছিল। আমেৰিকাই ইংলণ্ডক সহায় কৰিবলৈ সৈন্যদল গঠন কৰাত লাগি গৈছিল। গাঁৱে গাঁৱে সৈন্য সংগ্ৰহ কৰি ফুৰিছিল। জৰ্জে এইবোৰ দেখি যুদ্ধ কৰিবলৈ মন কৰিছিল। কিন্তু লৰা মানুহ গতিকেই নোৱাৰিলে। জৰ্জৰ মাহীমাকৰ লৰা লৰেন্স তেতিয়া ইংলণ্ডৰ পৰা শিক্ষা কাৰ আহিছিল আৰু তেও উচ্চ কৰ্ম্মচাৰী ৰূপে বৰণ হৈ যুদ্ধলৈ গুচি গল। জৰ্জ সৰু লৰা গতিকে তেওঁ পাঠশালাৰ লৰাবোৰেৰে গোটখাই যুদ্ধ পাতিছিল। তেওঁ লৰাবোৰক দুটা দলত বিভক্ত কৰিছিল এটা ইংৰাজ আৰু এটা স্পেনিয়াড। তেওঁ ইংৰাজ দলৰ সেনাপতি হৈছিল। তেওঁ লৰাবোৰক সৈনাবোৰৰ দৰে যুদ্ধ, মাচ আৰু পেৰেড কৰাইছিল।

জৰ্জ যে অকল যুদ্ধ মৰামাৰি কৰিয়েই ফুৰিছিল এনে নহয়। তেওঁ এজন শান্তি স্থাপকো আছিল। স্কুলৰ লৰাবোৰৰ মাজত কাজিয়া হলে তেও সেইবোৰ ভাঙ্গি মিতমাত কৰি শান্তি স্থাপন কৰি দিছিল। তেওঁক লৰাবোৰে এইবাবেই ভীৰু, কাপুৰষ আদি বুলিও গালি পাৰিছিল। কিন্তু আচলতে সকলোৰে মুখেৰে যিয়েই নকক জৰ্জক সকলেৰে পেটেৰে ভয় কৰিছিল। দুবছৰৰ পাচত দদায়েক লৰেন্স যুদ্ধ কৰি উলটি আহিল; আৰু তেও যুদ্ধৰ গল্পবোৰ শুনি তেওঁৰো মন যুদ্ধ কৰিবৰ কাৰণে উৎসুক হৈ পৰিছিল।

• জৰ্জৰ দহ বছৰমান বয়স হওঁতেই পিতাকৰ মৃত্যু ঘটে। পিতাক মৰাৰ পূৰ্ব্বেই এখন উইল কৰি যায়। লৰেন্সক এভাগ আৰু জৰ্জক এভাগ মাটি সেই উইলমতে ভগাই দি গৈছিল; পিতাক মৰাৰ পিচত লৰেন্স নিজৰ মাটিলৈ গৈ ঘৰ দুৱাৰ কৰিবলৈ তেওঁৰ ডোখৰ মাটিলৈ গৈ তাতে ঘৰ সাজিছিল। আৰু সেই ঠাইখিনিৰ নাম "মাউন্ট ভাৰ্ণেল" থলে। সেই ভৰ্ণেল নামেৰে এজন চাহাবৰ

তলত লৰেন্স কাম কৰিছিল আৰু সেইনাম ৰক্ষাৰ্থে সেই নাম দিলে। লৰেন্স যদিও জৰ্জৰ মাহী মাকৰ পুতেক তথাপি তেওঁ জৰ্জক খুব মৰম কৰিছিল। আৰু ভাল পাইছিল আৰু ঘনাই ঘনাই দদায়েকৰ ঘৰলৈ গৈছিল।





## কেতেকীৰ জয়

শ্ৰীযুত আনন্দচন্দ্ৰ বৰুৱা

—গীতকথা—

(১) গাই গাই ওলাই আহে।

মই জোনাক ৰাতিৰ জিলি।
মোৰ ঝিন্ ঝিন্ ঝিনিনু তাল শুনিলে
গানে প্ৰাণে যায় মিলি।
মই জোনাক ৰাতিৰ জিলি॥

(২) কুলি আহে।

মই আন্ধাৰ ৰাতিৰ কুলি।
মোৰ কুঁ-উ কুঁউ শবদ শুনি
নাচে পতম কলি।
মই জোনাক ৰাতিৰ, আন্ধাৰ ৰাতিৰ
দুপৰ দিনৰ কুলি॥

(৩) পদুম কলি আছে।

মই　পদুম ফুলৰ কলি।
মোৰ　সুঠাম দেহৰ ৰূপ-কাঁচলিত
গুণ গুণনি তুলি
জাকে জাকে পৰে আহি
ক'লা কোঁৱৰ অলি।
মই　পদুম ফুলৰ কলি॥

(৪) আম আছে।

মই　বৰণ ৰঙা শ্যাম।
মোৰ　ৰঙৰ বৰণ গাতে লগাই
পকে জেঠৰ আম।
মই　বৰণ ৰঙা শ্যাম॥

(৫) এজাৰ আছে।

মই　এজাৰ ফুলৰ খোপা।
মোৰ　ফাকু-বোলৰ চাকি গুথি
বনে বান্ধে খোপা।
মই　এজাৰ ফুলৰ ফাকু ৰঙৰ
তেজাল তেজাল খোপা॥

(৬) বন-গুটি আছে।

মই　বন গুটিৰ শৰ্।
মোৰ　ঠহ্ ঠহনি পালে এবাৰ
কাপোৰ কানিৰ জ্বৰ।
শাও খোৱা দেৱতা মই
বন গুটিৰ শৰ্॥

(৭) বগ্ আছে।

মই　দীঘল ঠেঙৰ বগ্।
মোৰ　মে-ঘৰ বুকত উৰণ দেখি
কবিয়ে খোজে লগ।
মই　বগা পাখীৰ পাল ভৰা
দীঘল ঠেঙৰ বগ্॥

(৮) কেতেকী আছে।

থক্ থক্ থক্
মই　কেতেকী　বিৰহিণী
মোৰ সুৰত ৰক্——
অজান দেশৰ গোপন বেথা
বুকৰ মৰম কোমল কথা!
মোৰ সুৰত, মোৰ সুৰত-
মোৰ সুৰত নক্।

কেতেকীৰ কথাত সকলোৱে হয় দিয়ে। আৰু কেতেকীক বেৰি লৈ আটায়ে নাচিবলৈ ধৰে। ওপৰৰ পৰা ৰবষুণ পৰিবলৈ ধৰে। সকলো নাচি নাচি মাটিক সেৱা কৰে।

:০:-

# গাৱঁলীয়া বেঙ্ক

( শ্ৰীযুত ভ্ৰমৰচন্দ্ৰ শইকীয়া )

আজি কালি অনেক ঠাইত গাৱঁলীয়া বেঙ্ক আছে। আমাৰ দেশত এই বেঙ্কবিলাক পাতিবৰ দিহা কৰা কথা চলিবৰ ডেৰ কুৰি বছৰেই হোৱা নাই। গাৱঁলীয়া বেঙ্ক বুলিলে বুজিব লাগিব গাৱঁৰ ভিতৰৰ এখন সভাৰ হাতত থকা ধন-ভৰাল, এখন বা কেইবাখনো গাৱঁৰ সীমা ধৰিবৈলে এই বেঙ্ক স্থাপন কৰা হয়। বেঙ্কৰ উদ্দেশ্য হৈছে গাৱঁৰ লোকসকলৰ পৰস্পৰৰ ভিতৰত সহযোগ আৰু সহায়েৰে আত্মনিভৰা হৈ সুকলমে জীৱন যাত্ৰা কৰিবলৈ সুযোগ প্ৰদান কৰা।

গৱৰ্ণমেণ্টৰ যিটো বিভাগে গাৱঁলীয়া বেঙ্ক বিলাক পৰিচালনা কৰে তাক সমবায় সমিতি বিভাগ বোলা হয়। সমবায় সমিতি বিলাকৰ ৰেজিষ্ট্ৰাৰ জনেই ঘাই অধ্যক্ষ। থাকে শ্বিলঙত। তেওঁৰ তলত সহকাৰী ৰেজিষ্ট্ৰাৰ, সহকাৰী ৰেজিষ্ট্ৰাৰ অধীনত ইনস্পেক্টৰসকল থাকে। তেওঁলোকেই সততে বেঙ্কবিলাক পৰিদৰ্শন কৰি ফুৰে।

কোনো ঠাইত নতুনকৈ বেঙ্ক পাতিবৰ অভিপ্ৰায় হলে সেই এলেকাৰ ইনস্পেক্টৰ জনক জনালেই আৱশ্যকীয় পৰামৰ্শ আৰু বিধি-বিধান পাব পাৰি।

যি সীমাধৰি বেঙ্ক পতা হয় তাৰ ভিতৰৰ লোককহে টকা ধাৰে দিয়া হয়। সীমাৰ ভিতৰ আৰু বাহিৰৰ লোকেও বেঙ্কত ধন জমা থব পাৰে। বেঙ্কৰ পৰা টকা ধাৰে নিয়া ধৰুৱা সকলো বেঙ্কৰ সমজুৱা; টকা ধাৰে নিলেও বেঙ্কৰ সমজুৱা হব পাৰি। বেঙ্কৰ সীমাৰ বাহিৰৰ লোক সমজুৱা হব নোৱাৰে। বেঙ্কৰ যেই সেই সমজুৱাই পোনতে ৷৷০ আঠ অনা ভৰ্ত্তি মাচুল আদাই কৰিব লাগে। সীমাৰ বাহিৰৰ টকা জমা থোৱা কোনো লোক থাকিলে তেওঁক আন মানুহ বোলা হয়। গাৱঁলীয়া বেঙ্কবিলাক দুই ৰকমে গঠণ কৰা হয়। অংশীদাৰ সমজুৱা হৈ আৰু অংশীদাৰ নোহোৱা সমজুৱালৈ।




বেঙ্কৰ সকলো সমজুৱা লগ লাগি যি সভা হয় তাক বেঙ্কৰ সাধাৰণ সভা বোলে। সাধাৰণ সভাই তেওঁলোকৰ ভিতৰৰে জন দিয়েক লোক বাচি এখন পঞ্চায়ত সভা গঠণ কৰি দিয়ে। পঞ্চায়ত সভাৰ ভিতৰৰে এজনক সভাপতি আৰু এজনক সম্পাদক মনোনীত কৰি লোৱা হয়। বেঙ্কৰ পঞ্চায়ত সভাখন বছৰি নতুনকৈ মনোনীত কৰি লোৱা হয়। নতুন বাচনি হওঁতে আগৰ লোকো থাকিব পাৰে। বেঙ্কৰ হিচাপ পত্ৰ সম্পাদক জনে চৰ্কাৰি বহী পত্ৰত ৰাখিব লাগে। বহী ফৰম আদি নিকিনাকৈয়ে পোৱা হয়।

বেঙ্কৰ সভাখন ৰেজিষ্ট্ৰাৰ দ্বাৰা মঞ্জুৰী হলেই বেঙ্ক স্থাপিত হল বুলি ধৰিব লাগে। তেতিয়া নগৰত থকা চেণ্ট্ৰল বেঙ্কৰ পৰা কিম্বা ৰেজিষ্ট্ৰাৰ নিৰ্দ্দেশ কৰা আন কোনো বেঙ্কৰ পৰা সেই বেঙ্কলৈ টকা ধাৰে আনিব পাৰি. বেঙ্কৰ সভাপতি আৰু সম্পাদক দুজনেই চেণ্ট্ৰল বেঙ্কৰ পৰা টকা ধাৰে আনিব পাৰে। নগৰৰ থকা চেণ্ট্ৰল বেঙ্কে আন বেঙ্ককহে টকা ধাৰলৈ দিয়ে গা-গুটীয়া ভাবে কাকো নিদিয়ে। চেণ্ট্ৰল বেঙ্কৰ পৰা ধাৰে অনা সুদৰ নিৰিখতকৈ অলপ বেচি সুদলৈ গাৱলীয়া বেঙ্কৰ সমজুৱাসকলক টকা ধাৰে দিয়া হয়। সেই দৰে কোনো সমজুৱা বা আন মানুহৰ পৰাও গাৱঁলীয়া বেঙ্কে টকা জমা লৈ আন সমজুৱাক টকা ধাৰে দিয়া হয়। গাৱঁলীয়া বেঙ্কৰ বছৰৰ আদিতে বহা সাধাৰণ সভাত কিমান টকা ধাৰ কৰা হব তাৰ সুদ কি নিৰিখে দিয়া হব আৰু সমজুৱাৰ প্ৰতি জনক কিমান টকালৈকে ধাৰ মঞ্জুৰ কৰিব পৰা হব, কি হাৰে সুদ লোৱা হব ইত্যাদি কথা বান্ধি লোৱা হয়। পঞ্চায়ত সভাই মঞ্জুৰ কৰিলেহে সমজুৱা সকলে টকা ধাৰে পাব পাৰে। যি কাৰ্য্যত টকা একেবাৰে মৰা নপৰে, যিহে খৰচ কৰিলে তাৰ পৰা ওলোৱা আগন্তুক থাকে তেনে উদ্দেশ্যতহে পঞ্চায়তে বেঙ্কৰ টকা ধাৰে দিব লাগে কোনো ধৰুৱাই ম্যাদৰ ভিতৰত ধাৰ পৰিশোধ নকৰিলে পূৰ্ব্বৰ সুদতকৈ কিছু সুদ বঢ়াই লোৱা হয় তাক দণ্ড সুদ বোলে।

কোনো ধৰুৱাই গাফিলি কৰি ধাৰৰ টকা পৰিশোধ নকৰিলে গোচৰ কৰি টকা আদায় কৰা হয়। ইয়াৰ গোচৰ কাচাৰী যাব নকৰিলেও চলে। ৰেজ-

ষ্ট্ৰাৰেই এনে গোচৰ নিষ্পত্তি কৰি দিয়ে। এই গোচৰ চলাবলৈ ধনো খৰচ কৰিব নালাগে। বেঙ্কৰ পঞ্চায়ত সভাই ডাক যোগে গোচৰৰ কাগজ পঠালেই কাম চলে।

টকা চলোৱাত বেঙ্কৰ খৰচ বাদে যি লাভ হয় তাক আছুতীয়া ভৰাল কৰি সেই বেঙ্ক বা আন কোনো বেঙ্কত জমা ৰখা হয়। অংশলৈ পতা বেঙ্কৰ সমজুৱাসকলে লাভৰ ভাগো লব পাৰে, অংশীদাৰ হিচাবে নপতা বেঙ্কৰ লাভৰ টকা বেঙ্কৰ সাধাৰণ সভাৰ মনোনীত মতে গাৱঁৰ আলি পুখুৰী স্কুল আদি ৰাইজৰ উপকাৰত অহা ৰাজহুৱা কামত খৰচ কৰিব পাৰি। গাৱঁলীয়া বেঙ্ক স্বায়ত্ব শাসনৰ খোপনি লোৱা আঙ্গুলি।





# কল খেতি

( শ্ৰীযুত সৰ্ব্বানন্দ শৰ্ম্মা । )

সকলো শস্যৰ ভিতৰত কলকেই বছৰৰ সকলো সময়তে পোৱা যায়। কল আমাৰ এটা প্ৰধান খাদ্য। ই সাধাৰণতে বাম শস্যৰ দৰে বাম মাটিতে হয়। চেচুকীয়া, বাঁহতলীয়া আৰু পানী বান্ধ খাই থকা মাটিত বাজে সকলো ঠাইতে কল হয়। আঁঠীয়া, ভীম আদি কল দ মাটিতো হয়। এনে বিধৰ কল কলে মাটি ডোখৰো অলপ বাম হয়।

কল অনেক জাতৰ, ভীম, আঁঠীয়া, কণকটোল, জাহাজী, বৰজাহাজী, দাগ্‌যোৱা, পুৱা, অসমীয়া মালভোগ, বঙালী মালভোগ, চেনিচম্পা, সোন্দা, গোবিন্দ-তুলসী, দিন্‌নাইকীয়া, মনোহৰ (মনোহৰ কলো কেইবা জাতৰো আছে। যেনে শমল্ মনোহৰ, লচেৰী মনোহৰ, ভোট মনোহৰ, ফেচা মনোহৰ) ইত্যাদি। কল আমাৰ বৰ লাগতীয়াল শস্য। ইয়াৰ শিপাৰ পৰা পকা কলৰ বাকলি লৈকে ব্যৱহাৰ কৰা হয়। ডাকে কৈছে :—

তিনিশ মাঠিজোপা কৰা কল।
মাহেকে পাৰেকে চিকুণাবা তল॥
পাত পছুলা লাভত খাবা।
লঙ্কাৰ বণিজ ঘৰতে পাবা॥

ডাকৰ এই কথা কেইফাকিয়েই কলৰ ব্যৱসায়ৰ কথাটো ভালকৈ বুজাই দিছে। ৩৬০ জোপামান কল কৰি ল'ব পাৰিলে বছেৰেকৰ খৰচটো একৰকম

ওলায়। কোনো কোনো মানুহে কল৷ বেপাৰ কৰিয়েই সকহুৰা ঘৰৰ বোজকাৰ চলাই আছে।

উঃনি অসমত কল খেতি য'তে ত'তে হয়: কাঁহিৰ বন কলেই তাৰ প্ৰমাণ। কল-খেতি বছৰৰ সকলো সময়তেই কৰিব পাৰি। মাত্ৰ বছৰৰ ভিতৰত চুমাহত কল খেতি কৰা বুঢ়ালোকৰ মতে নিষেধ আছে। আৰু খনাৰ মতে, "সিংহ মীন বৰ্জ্জি, কল খাবা আৰ্জ্জি।"—অৰ্থাৎ ভাদ আৰু চ'ত মাহ এৰি সকলো মাহতে কল খেতি কৰিব পাৰি। কিন্তু ফাগুণ আৰু ব'হাগ মাহ কল খেতিৰ নিমিত্তে অতি ভাল।

কল আলুৰ পৰা বাঢ়ে। কল খেতি কৰিবৰ নিমিত্তে কোনো মাটি চাহ কৰিবৰ দৰ্কাৰ নাই। পিছে কল ৰোৱা গাঁতটো অলপ দকৈ খানি কৰ লাগে। তেতিয়া হলে কলৰ গোটটো ডাঙৰ হয়। ১০।১২ হাত আঁতৰত কলপুলি কৰ লাগে। মতলীয়া পুলিবোৰেই কৰৰ উপযুক্ত। এজোপা কলৰ পৰা যেতিয়া তিনি থোকা কল কটা হব, তেতিয়া তাৰ পৰা পুলিবোৰ উভালি নি আন ঠাইত কৰ লাগে। কলপুলি সঁজাল ধৰাৰ পিছত ছাই, গোবৰ-জাবৰ আদি কল অনুযায়ী সাৰ দিব লাগে। ডাকে কৈছে,—

> ভালুকত গোবৰ পানত মাটি,
> কলাপুলি কৰা তিনিবাৰ কাটি।
> এহাত এমুঠণ দিবা কলৰ পোত।
> তোমায়াহে চাবা কলৰ গোট॥
> আঠীয়াত গোবৰ, মনোহৰত জাবৰ।
> পুৰাত খাত, মালভোগত ছাই॥

কলপুলি ৰোৱাৰ পিছত তাৰ পাত কাটিব নেলাগে। পাত কাটিলে কল কমকৈ লাগে আৰু গোট সৰু সৰু হয়।



# বিলাতৰ কথা

( শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা সাহিত্য ৰত্ন । )

## (৭) চিম্‌পেঞ্জীৰ চাহ খোৱা।

আফ্ৰিকা দেশত চিম্পেঞ্জী নামেৰে এবিধ ডাঙৰ ফুটীয়া বান্দৰ জাতিৰ জন্তু আছে। সি ওখই সৰুসুৰা মানুহটোৰ সমান তাৰ গাৰ বৰণ আমাৰ হলৌ বান্দৰৰ দৰে ক'লা, কিন্তু গঢ় পিটু মানুহে সৈতে বহুত মিলে। এই জাত জন্তু সাধাৰণ বান্দৰতকৈ অনেক গুণে বুধিয়ক আৰু সৰহ জনা বুজা।

লণ্ডন নগৰৰ চিৰিয়াখানাখন বৰ ডাঙৰ। তাত বিবিধ প্ৰকাৰৰ জীৱ জন্তু আছে। তাক একে দিনাই চাই অঁতাব নোৱাৰি। আজি তোমালোকক সেই চিৰিযাখানাৰ কথা নকওঁ; তাত থকা চিম্পেঞ্জী গোটাদিয়েকৰ কথাহে ক'ব খুজিছোঁ।

সেই চিৰিয়াখানাত বহুত চিম্পেঞ্জী আছে। তাৰে ভিতৰত তিনটা আছে— এটা মতা, এজনী মাইকী, আৰু ইটো সিহঁতৰে পোৱালী। সিহঁত তিনিওটাই দিনে আবেলি ৪ বজাত একে ঠাইতে বহি লৈ মানুহে খোৱাদি চাহ খায়। তাকে চিম্পেঞ্জীৰ "টী পাৰ্টী' বোলে। সেই চাহ খোৱা চাবলৈ সদায় জাকে জাকে মানুহ গোটখাই, বাট চাই থাকে গৈ। দৰাচলতে ই এটা চাব লগীয়া দৃশ্য।

চিৰিয়াখানাৰ ভিতৰত এটা ডাঙৰ দীঘল, বহল আৰু ডুমহলীয়া ঘৰ আছে। তাৰ ওপৰ মহলত সেই চিম্পেঞ্জী কেইটা থাকে। তলৰ মহলটো সকল বাহিৰৰ বাৰ চাৰিখন দি নাম ঘৰৰ দৰে, তনেই উদং কৰি থৈছে তাৰে সেই মাজতে একোথালী মান ঠাই কেউফালে কাঠৰ দেওঁৱাৰে বেৰি থোৱা আছে। সেই বেৰাৰ ভিতৰতে, চিম্পেঞ্জীযে চাহ খাবলৈ এখন মেজ পাৰি তাৰ চাৰি-

ফালে তিনিখন চকীও পাৰি থোৱা থাকে। জেওঁবাৰ বাহিৰে, গোটেই ঘৰটো জুৰি মানুহ বহিবলৈ বহুত চকী পাৰি থয়। তাত তিনি চাৰিশ মানুহ বহিবলৈ জোৰে। তাৰ বাহিৰেও আৰু সিমানখিনি মানুহ থিয় দি চাবৰ জোখাৰে মুকলি ঠাইও আছে।

ঠিক চাৰি বাজিবৰ পৰত, চিম্পেঞ্জী কেইটাক মানুহৰ সাজ-পাৰ পিন্ধাই, ওপৰ মহলৰ পৰা মানুহ এটাই নমাই আনে। সিহঁতে মানুহৰ দৰেই গহীনালিৰে সোমাই আহি, বেৰাৰ ভিতৰৰ চিনৰ চকীয়ে চকীয়ে, বহি পৰেহি। মতাটোৱেই পোনেই পোৱালীটোক মানুহৰ দৰে দাঙ্গি ধৰি, তাৰ অকণমান ওখ চকীখনত বহুৱাই দিয়ে।

তাৰ পাচতে, মানুহলৈ খোৱাৰ দৰেই কাটি কুটি যতনাই থোৱা তিনিখন কল মূলৰ ঠাল মানুহ এটাই সিহঁতৰ আগে আগে মেজত থৈ যায়হি। মতাটোৱে পোনতে পোৱালীটোৰ আৰু পাচত মাইকী জনীৰো ঠালত কি দিছে নিদিছে, ডিঙিমেলি এবাৰ চাই লৈ, তিনিও খাবলৈ লাগে। খোৱাৰ মাজে মাজে, একো একো বাৰ সি নিজৰ ঠালখন দুই হাতে দাঙ্গি ধৰি, কোনোবাৰ পুতেকৰ আৰু কোনোবাৰ ঘৈণীয়েকৰ আগত আগত টোঁৱায়; অৰ্থাৎ তাৰ ভাবটো হৈছে - এইতক কিবা লাগে যদি মোৰ ভাগৰ পৰাই নে সিহঁতে নেলাগে বুলি মূৰ জোকাৰি দেখুৱায়। পাচত পোৱালীয়ে মাইকীয়ো খাই উঠিলে, সিহঁতৰ পাতত কি থাকে তাকো মতাটোৱে চপাই কোচাই খানি খাই থয়।

সেইখিনি খোৱা হ'লে, তিনিওকো তিনি বাটি চাহ দিয়েহি। সি আচলতে চাহ নহয়, পানী মিহলোৱা গাখীৰহে। তাক সিহঁতে পোনতে চামোচেৰে চামোচ চামোচকৈ খাই, বাকী থকাখিনি মানুহৰ দৰেই বাটিৰ কাণেদি পি খায়। খোৱাৰ অন্তত মতাটোৱে প্ৰথমতে পোৱালীটোক ওখ চকীখনৰ পৰা নমাই আনে; তাৰ পাচত মাইকী জনীকো হাতত ধৰি নমাই লৈ, তিনিও গোটখাই, আকৌ আগৰ দৰেই গহীনে গম্ভীৰে ওপৰ মহললৈ উঠি যায়।

তোমালোকে চাৰ্কচৰ বান্দৰে চাহ খোৱা দেখিব পোৱাঁ। কিন্তু সিয়ে ইয়ে একে কথা নহয়। চাৰ্কচৰ বান্দৰে, খোৱা বস্তু আগত দেখিলেই, খিচিমিচিকৈ বান্দৰালি কৰি, থপিয়া-থপি লগায়। ইহঁতে কিন্তু কেতিয়াও তেনে নকৰে; লোকৰ ঘৰত ভাল মানুহে খাবলৈ বহাৰ দৰে, গহীন ভাৱেৰে বহি, ভালে সজে খাই-মেলি গুচি যায়। ইহঁতৰ গতি-গোত্ৰ দেখি এনেহে মনে ধৰে যেন, ভালকৈ শিকালে বুজালে, ইহঁতে মানুহৰ লগুৱালিও কৰি দিব পাৰিব। তাঁকৰা আজলা বা অতি ভাবিতলীয়া বহুত তেজা মানুহতকৈ ইহঁত যে টেঙৰ আৰু বুধিয়ক, তাত অকনো সন্দেহ নাই।

ডাৰ্‌উইন্ নামেৰে এগৰাকী বিলাতী পণ্ডিতৰ মতেৰে, মানুহো গুৰিতে বান্দৰহে আছিল। পাচত ক্ৰমশঃ উন্নতি হৈ অহাত, বান্দৰেই, বান্দৰ গুচি মানুহ হৈ, মানুহ নামেৰে এটা স্বকীয়া জাতি হৈ পৰিল। এই চিম্পেঞ্জী কেইটাৰ কামলৈ চালে, সেই কথা মনত সোমাই পাৰে।







# তিৰোতাৰ বুদ্ধি



( শ্ৰীমতী লাৱণ্যময়ী দেবী ।

এসময়ত এজনী বুঢ়ীৰ সাতজনী বোৱাৰীয়েক আছিল। সকজনী বোৱাৰীয়েকৰ মাক, বাপেক, ককায়েক, ভায়েক কোনো নাছিল।

নতাগৰ বিহু পালেহি। ছজনী বোৱাৰীয়েকক মাকৰ ঘৰৰ পৰা মানুহ আহি নিলেহি বুঢ়ীৰ মনত বৰ বেজাৰ যে সক বোৱাৰীয়েকক নিবলৈকে মাকৰ ঘৰৰ মানুহ নাই। এদিন ৰাতি বুঢ়ীয়ে শুবলৈ গৈ মনত বৰ বেজাৰ লাগি কলে "আই ঐ দেহি আটাইকেইজনি বোৱাৰীক মাকৰ ঘৰলৈ নিলেহি। কিন্তু সকজনী বোৱাৰীকহে নিবলৈ মাকৰ ঘৰ নাই"। সেই সময়তে এটা চোৰে বুঢ়ীৰ ঘৰলৈ চুৰ কৰিবলৈ আহিছিল. সি বুঢ়ীৰ কথা শুনি মনতে ভাবিলে "বাক বুঢ়ীৰ সক বোৱাৰীয়েকক ইয়াৰ পৰা নিম"। এইবুলি পাচদিনা ভুপৰীয়া চোৰটোৱে ভাল কাপোৰ কানি পিন্ধি আহি বুঢ়ীৰ সক বোৱাৰীয়েকক কলেহি "হেৰৌ ঘৰত কোন আছে"। বোৱাৰীয়েকে "আই আছে বুলি" পিৰা এখন বহিবলৈ দি বুঢ়ীক মাতি আনিলেগৈ। বুঢ়ীয়ে ওলাই আহি চোৰটোক কলেহি "বোপা তুমিনো কৰ পৰা আহিছা"। চোৰটোৱে কলে "এ আই, মই আপোনাৰ সক বোৱাৰীয়েকৰ ককায়েক হও"। বুঢ়ীয়ে উঠি গৈ সক বোৱাৰীয়েকক কলেগৈ "হেৰ আই তোৰ ককায়েৰ আহিছে ওলাই আহছোন" তেতিয়া বোৱাৰীয়েক ওলাই আহিল। চোৰটোৱে বোৱাৰীয়েকক কলে "আই, তই মোৰ ভনী হয়। তোক নিচেই সকতেই বিয়া দিলো এতিয়া চাগৈ মোক তই চিনিকে নেপাৱ। তোক আমাৰ ঘৰলৈ নিবলৈ আহিছো ব'ল"। বুঢ়ীয়ে ভাবিলে "হক তেও তাইক নিবলৈও ঘৰৰ মানুহ আহিলে"। বুঢ়ীয়ে এইবুলি ভাল তোপোলা বান্ধি বোৱাৰী য়েকৰ হাতত

দি কলে "আই মাৰৰ ঘৰলৈ যাগৈ"। বোৱাৰীয়েকে ভাবিলে মোৰনো আকৌ ক'ৰ ককাইটো আছে। তাইৰ মনত সন্দেহ হ'ল। এইভাবি তাই কিছুমান সৰিয়হ হাতত লৈ গ'ল। চোৰটোৱে বাট পাই তাইক কলে "তইনো কিমান টোপোলা টো লবি মহে লও দে" এইবুলি কাপোৰ আৰু খোৱা বস্তুৰ টোপোলাটো সি ললে। তাই বুঢ়ীৰ ঘৰৰ পৰা বাটে বাটে সৰিযহ সিঁচি যাবলৈ ধৰিলে গৈ গৈ চোৰৰ ৰাজ্য পালেগৈ। চোৰটোৱে তেতিয়া তাইক নি তাৰ ঘৰৰ বেটী কৰিলে।

এদিন চোৰটোৱে চুৰ কৰিবলৈ গৈছিলে। বুঢ়ীৰ বোৱাৰীযেকে ভাবিলে "এই চোৰটোৰ ঘৰৰ পৰা মই যাব লাগিল। ই ককাই বুলি ফাকি দি আনি মোক বেটি পাতিছেহি। এইবুলি তাই মেকুৰিটোৰ ডিঙ্গিত সোতা এটা আৰি দিলে। আৰু জুইধৰিৰ কেৰাহী এখনত তেল কিছুমান তপত কৰি ওপৰত মলা এটাত ঠাণ্ডা পানী কিছুমান থৈ মলাটো ফুটা কৰি দিলে। তেতিয়া ওপৰৰ পৰা গৰম তেলত পানী পৰি চেঁ চেঁ কৰিছে। তেতিযা তাই ঘৰটোৰ পৰা ওলাই গৈ ঘৰৰ মুধত বৈ আছে। এনেতে চোৰটো আহি মেকুৰীৰ ডিঙ্গিৰ সোতাৰ শব্দ শুনি ভাবিলে যে বুঢ়ীৰ বোৱাৰীয়েকে ঠাই সাৰিছে। আৰু তেলৰ চেঁচেঁ শব্দ শুনি ভাবিলে যে, ভাজি কৰিছে। এই বুলি সি ঘৰৰ ভিতৰলৈ সোমাই গ'ল। সি গৈ গৈ দেখে যে ভিতৰত কোনো নাই। সি ভাবিলে এতিয়াই দেখোন মানুহজনীয়ে ঠাই সাৰি আছিল কলৈনো গ'ল। এই বুলি ঘৰৰ মুধেদি নাক উলিযাই চাওতে বুঢ়ীৰ বোৱাৰীয়েকে নাকটো কাটি দিলে। আৰু বাটত যাওতে যে সৰিযহবোৰ সিচি থৈ গৈছিল সেইবোৰৰ গছ গজিলে। তেতিয়া তাই তাকে চিন পাই আহি আকৌ বুঢ়ীৰ ঘৰ পালেহি। আৰু বুঢ়ীৰ আগত সকলো বিবৰণ কলে তেতিয়াৰ পৰা বুঢ়ীয়ে সৰু বোৱাৰীয়েকক কলৈকো নপঠোৱা হ'ল। সেই কাৰণে মানুহে নিজে সাৱধান হোৱা উচিত। এযে হৈছে তিৰোতাৰ বুদ্ধি।



# তিনিজন অতিথিৰ কথা

( সেখ চফিউদ্দিন আহম্মদ। )

এসময়ত একজন খ্ৰীষ্টিয়ান, একজন মুছলমান আৰু এটা এহুদিয়ে এঘৰ মানুহৰ ঘৰত গধূলি আলহি হলগৈ। ঘৰৰ গিৰিহঁতজন সৎস্বভাৱৰ লোক আছিল। অতিথি সকলক তেওঁ বৰ সৎকাৰ কৰিছিল। তেওঁ বৰ দুখীয়া আছিল, তথাপি কেইমিনিট মানৰ পাচতে এখন বহল কাঁহী ভাতেৰে পৰিপূৰ্ণ কৰি সেই আলহি তিনজনৰ আগত থব পাৰিছিল। এহুদিটো বৰ অসৎ স্বভাৱৰ মানুহ আছিল। সি মুছলমান জনলৈ চাই কলে, "আমি আহাৰবোৰ এতিয়া ভাগ কৰি খোৱা উচিৎ নহয়। আজি ৰাতিটো আমি নিৰাহাৰে শুই থাকো। আমাৰ তিনিওজনৰ ভিতৰত যি জনেই আজি ৰাতি ভাল সপোন দেখিব তেওঁৱেই এই আহাৰৰ ভাগ পাব।"

সেই দুৰ্ভগীয়া মুছলমান জন দিনটো উপবাসে আছিল। তেওঁ এহুদিটোক কতবাৰ যে আহাৰৰ ভাগৰ কাৰণে খাটিলে, তথাপি এহুদিটোৱে ভাগ নিদিলে। অৱশেষত তিনিওজন মানুহ সেই ঘৰতে একেলগে শুই থাকিল। ভাতখিনি মেকুৰী আদিয়ে নোপোৱাকৈ ওখ তক্তা এচটাৰ ওপৰত থৈ দিলে।

ৰাতিপুৱা সোনকালে তিনিওজন অতিথি বিছনাৰ পৰা উঠিল। প্ৰথম এহুদিটোৱে কলে, "যোৱা নিশা মোৰ নিচিনা সপোন পৃথিবীত কোনেও দেখা নাই। মই সপোনত দেখিছিলো যে মই 'ইজিপ্তৰ 'তুৰ' পৰ্ব্বতলৈ গৈছিলো আৰু তাত 'মুছা'* প্ৰভুৰ লগ পাইছিলো। তেওঁৰ লগত পবিত্ৰ 'খোদা'ৰ বিষয়ে বহুত কথা বতৰা হলো।" খ্ৰীষ্টিয়ান জনে কলে "মোৰ সপোনটো আপোনাৰটোতকৈ ভাল নহয়। মই সপোনত চতুৰ্থ স্বৰ্গলৈ গৈ প্ৰভু যিশু খ্ৰীষ্টক লগ

* ইহুদীসকলৰ ধৰ্ম্ম প্ৰচাৰক।

পাইছিলোঁ। স্বৰ্গত থকা আচৰিত আচৰিত দৃশ্যবোৰ মই চাই ফুৰিছিলোঁ।” মুছলমান জনে কলে, “আপোনালোক দুইজনেই অতি ভাগ্যবান পুৰুষ। কাৰণ আপোনালোকৰ সপোন দুয়োটা অতি মনোহৰ। মই হে মহা বিপদত পৰিলোঁ। বাৰু মোৰটোও আপোনালোকৰ আগত বৰ্ণাও শুনক! কালি মই উপবাসে আছিলোঁ। নিশা উপবাস ভাঙিব নোৱাৰা ভোকে পিয়াহে আপোনালোকৰ লগতে শুই থাকিলোঁ। ৰাতি সপোনত দেখিলোঁ এটা কলা প্ৰকাণ্ড মানুহ মোৰ ওচৰলৈ আহি মোক কলে, “বিছনাৰ পৰা বেগতে উঠ, আৰু বৰোৰ খাই তোৰ উপবাস মোকোলা, যদি এই আহাৰ নেখাৱ তেন্তে এই মুহূৰ্ত্ততে তোক মাৰি পেলাম।” মই কঁপি কঁপি বিছনাৰ পৰা উঠিলোঁ, আৰু তেওঁৰ ভয়ত আহাৰখিনি খাই পেলালোঁ। থোৱা শেষ হলত মানুহজনে মোক এৰি আকাশলৈ উৰি গল।”

যেতিয়া এল্হুদিটেৱে এইবোৰ কথা শুনিলে, সি লৰালৰিকৈ ওপৰৰ তক্তাত থোৱা ভাতখিনি চাবলৈগে। চাই দেখে যে খালি বাচনখন হে আছে মাথোন; তাত আহাৰ আদি একো নাই। তেতিয়া সি কলে, এই অবিশ্বাসী মুছলমান। তই আমাৰ দুইজনৰ মাজতে শুইছিলি। তই যে ভয়ত আহাৰখিনি খালি, সেই সময়ত আমাক চিঞৰি জগাই নিদিলি কিয়? মুছলমান জনে কলে, আপোনালোকে সাৰ পাবলৈ মই কত যে চিঞৰৰ ওপৰত চিঞৰ মাৰিলোঁ; কিন্তু আপোনালোক সেই সময়ত ইয়াত নাছিল। এজন গৈছিল 'ভুব' পৰ্ব্বতলৈ আৰু আন জন চতুৰ্থ স্বৰ্গলৈ। সেই কাৰণে মোৰ কান্দোন আৰু চিঞৰ আপোনালোকৰ কাণত নপৰিলগৈ। অৱশেষত এইবিলাক শুনি খ্ৰীষ্টিয়ান আৰু এল্হুদিটোৱে অনুতাপ কৰি মনে মনে থাকিল।



# —"ধুলি-কণা"—

শ্ৰীমুনীন বৰকটকী

"কেৱল কিতাপ পঢ়িলেই নহব।" য'ত যি সত্য পাবা, নিজৰ জীৱনত তাকে ফুটাই তুলিব লাগিব।"

*　　　*　　　*

"সদায় দুখৰ কাৰণে প্ৰস্তুত থাকিবা। দুখ দেখি পিছ হুহকি নেযাবা। সুখক যেনেকৈ আদৰ কৰি টানি লোৱা দুখক তেনেকৈ লব পাৰিলে দুখৰ তীব্ৰতা নাইকীয়া হব।"

*　　　*　　　*

"এটাইতকৈ বেচিকৈ ভয় কৰিবা স্বাৰ্থপৰ মানুহক। সাপতকৈ বাঘতকৈও —সিহঁত বেকৰ।"

*　　　*　　　*

"জগতৰ কোনো বস্তুকে অনাৱশ্যক বুলি নেভাবিবা। সকলোৰে অলপ-নহয় অলপ সাৰ্থকতা আছে।"

*　　　*　　　*

"মহতৰ গুণ বুজিব লাগিলে তুমিও গুণী হব লাগিব।"

*　　　*　　　*

"আমি যিটোকে কও জীয়াই থকা, সেয়ে মৰা। দিনে-দিনে আমি ডাঙৰ হৈছো নে মৰণৰ পিনে আগবাঢ়ি গৈছো……কোনে জানে।"

*　　　*　　　*

জীৱনটোক অমুল্য বুলি ভাবিবা। বিশ্বৰ সকলো কামেই তোমাৰ ক্ৰমাবিকাশৰ কাৰণে বাট চাই আছে।

— — ∞——




(১) গ্ৰেমফোনৰ কল আজিকালি ভাৰতত ভাৰতীয়ৰ দ্বাৰা তৈয়াৰ হৈছে। বঙ্গদেশত মেগাফোন কোম্পানীয়ে কল গানৰ যন্ত্ৰ তৈয়াৰ কৰিছে। তেওঁ লোকৰ যন্ত্ৰতেই কল গানৰ ৰেকৰ্ড তৈয়াৰ হৈছে। এই ৰেকৰ্ড বিদেশী ৰেকৰ্ডত কৈ কোনো গুণে বেয়া নহয়। এনে কোনো নতুন উদ্যম আসামত হবনে?

(২) ভূপালৰ নবাব বাহাদুৰে ভাৰতৰ অস্পৃশ্যতাবৰ্জ্জনকাৰ্য্যৰ সহায়কল্পে পণ্ডিত মদন-মোহন মালব্যই যি পুঁজি খুলিছে তাত নগদ ৫০০০০ পঞ্চাচ হেজাৰ টকা দান কৰিছে তেখেতৰ এই মহৎ উদাৰতাই ভাৰতৰ সকলো ধৰ্ম্মী লোকসকলক এই মহৎ কাৰ্য্যলৈ উদগনি দিব বুলি আশা কৰিব পাৰি। আমি নবাব বাহাদুৰৰ মহৎ হৃদয়ৰ আৰু উৎকৰ্ষতা কামনা কৰিছোঁ।

(৩) এই মাহতে ককেসিয়াৰ তিফলিচ নগৰত এখন সংবাদ পত্ৰৰ প্ৰদৰ্শনী হব। তাত ২০৫ বিধ বিভিন্ন ভাষাত ছপা কৰা পৃথিবীৰ ২৮২ খন বেলেগ বেলেগ দেশৰ খবৰ কাগজ প্ৰদৰ্শিত হব।

(৪) ৰুমানিয়া দেশৰ চৰকাৰে এতিয়াৰে পৰা তাৰ কৃষক সকলে টকাৰ পৰিবৰ্ত্তে গম দিও তেওঁলোকৰ কৰ দিব পৰা নিয়ম কৰিছে। জাৰ্ম্মেনীয়ে মিশৰ দেশৰ লগত স্থিৰ কৰিছে যে তেওঁলোকে মিশৰৰ পৰা তুলা লৈ টকাৰ বদলি মিশৰক তেওঁলোকৰ মাটিত দিবলৈ ৰসায়নিক সাৰ দিব।

(৫) চৰকাৰি ৰিপোৰ্টৰ পৰা জনা গৈছে যে গত বছৰৰ শেষলৈকে মোট আসামত ৯৯৯ খন চাহ বাগিছা আছিল। ইয়াৰ ভিতৰত মাত্ৰ ২৪৯ খন বাগান ভাৰতীয়ৰ আৰু বাদ বাকি সকলোখিনি ইউৰোপীয়ান সকলৰ। এই বছৰ কেৱল ৩ খন নতুন বাগান খোলা হৈছে আৰু ১৮ খনত কাম-কাজ বন্ধ আছে।

(৬) ৰাজপুতনাৰ সম্বৰ হ্ৰদৰ পানীৰে লোণ তৈয়াৰ হয়। ই দীঘলে ২৪ মাইল বহলে ঠায়ে ঠায়ে ৩ৰ পৰা ৫ মাইল আৰু ৫ ৰ পৰা ৭ ফুটলৈকে দ। প্ৰতি বছৰে ইয়াৰ পানীৰ পৰা ৭০ শতৰ লক্ষ মোন লোণ তৈয়াৰ হয় আৰু তৈয়াৰ কৰা খৰচ মোনে ৮০ অনাকৈ পৰে। ভাৰত চৰকাৰে এই হ্ৰদৰ চিৰস্থায়ী ভাবে পট্টা লৈছে। চৰকাৰে মোণে ১৸/০ দৰত সেই লোণ বেচে।

(৭) ভাৰতৰ মধ্য প্ৰদেশত নিবনুৱা সমস্যা প্ৰবল হৈছে। বৰ্ত্তমান ইনকমটেক্স অফিচত ১৩ জন কেৰাণী পদৰ বাবে ৪ হেজাৰ খন দৰখাস্ত পৰিছিল। দৰখাস্তকাৰী সকলক ১৲ কৈ ৰূপ দি দৰখাস্ত কৰিবলৈ কোৱা হৈছিল। ৩৯৮৭ খন দৰখাস্ত গ্ৰাহ্য হল কিন্তু চৰকাৰে ৪০০০৲ টকা আয় কৰলে।

(৮) ভাৰতৰ প্ৰসিদ্ধ মল্লবীৰ প্ৰফেচৰ ৰামমূৰ্ত্তিৰ বাওঁভৰিত এন্দুৰিয়া ঘোৰাত ভৰিখন কাটি পেলালে. তেখেতৰ অৱস্থা এতিয়া ভালেই আমি শীঘ্ৰে ৰোগমুক্ত হবলৈ কামনা কৰিছোঁ।

(৯) লস এঞ্জেলেসৰ অলিম্পিয়াৰ খেলত এই বাৰ ১০০০০০ জন দৰ্শক হৈছিল আৰু ৩০০০০০০০ টকা খৰচ কৰিছিল

(১০) ভাৰতৰ লোক সংখ্যা এতিয়া ৩০০০০০০০০ ৰ কৈও বেচি। ইয়াৰ ভিতৰত মতাৰ সংখ্যা মাইকীতকৈ ৯০০০০০০ জন বেচি।

(১১) নিউগিনিয়া দেশত এতিয়াও এনে অসভ্য মানুহ আছে যি বিলাকে লোহাৰ তৈয়াৰি অস্ত্ৰ শস্ত্ৰৰ ব্যৱহাৰ শিকিয়া নাই। সিহঁতে এতিয়াও শিলৰ অস্ত্ৰ শস্ত্ৰহে ব্যৱহাৰ কৰে।

(১২) নতুন চুপ্ৰিম কৰ্টৰ ভেটি স্থাপন কাৰ্য্যলৈ নিমন্ত্ৰিত হৈ অহা ৮ হেজাৰ অভ্যাগত লোকৰ "কৰমৰ্দ্দন" কৰিবলৈ গৈ মাকিণ যুক্তৰাজ্যৰ প্ৰেছিডেণ্ট মি০ হুভাৰৰ সোঁ হাতৰ পৰা তেজ ওলাবলৈ ধৰিলে। অভ্যাগত সকলৰ তিনি ভাগৰ এভাগৰ লগত কৰমৰ্দ্দন কৰাৰ পাচতে তেওঁৰ তেজ ওলাবলৈ ধৰে আৰু ডাক্তৰৰ পৰামৰ্শত সেই দিনলৈ তেওঁ বিশ্ৰাম লব লগা হ'ল।







# সাঁথৰ

## ( 'সুতুলি'-ৰচক )

তিনিটি আখৰে নাম আছে এনে জন্তু;
নাম তাৰ কবা হেৰা ভাবি গুণি কিন্তু।
প্ৰথমে-দ্বিতীয়ে হয় উদ্ভিদৰ অংশ;
মাটিৰ তলত তাৰ বাঢ়ি যায় বংশ।
জীৱন ধাৰণ কৰে আৰু তাৰ পৰা;
কাটি দিলে হয় যেন থিতাতেই মৰা।
প্ৰথমে তৃতীয়ে হয় বস্তু অচেতন;
পৰ্ব্বতীয়া ঠাই তাৰ জনম-মৰণ।
কেতিয়াবা হয় তাৰ দুৰ্জ্জয় শৰীৰ;
শুই আছে যেন এটি ভীমকায় বীৰ।
সভ্যতাৰ আদিলা স্বৰূপে ব্যৱহাৰ
হয় তাৰ, চানেকিও আগতে সবাৰ।
প্ৰথমে উত্তৰ দিব যিজনে পাৰিব,
'সুতুলি' নামেৰে পুথি পুৰস্কাৰ পাব।

১ম— এঠাইত দুজাক কপৌ আছিল। প্ৰথম জাকৰ যাই কপৌটোৱে সিজাকক কলে "তোমালোক আমাতকৈ সৰহ হৈ আছা। তোমালোকৰ এটা কপৌ আমাৰ লগলৈ আহা তেনে আমি দুই জাক সমান সমান হম।" সেই কথাত মান্তি নহৈ দ্বিতীয় জাকৰ যাই কপৌৱে কলে "তোমালোকৰে এটা আমাৰ জাকলৈ আহা আমি তোমাতকৈ দুগুণ হওঁ।" তেনে কোন জাকত কিমান কপৌ আছিল ?

( শ্ৰীপ্ৰেমধৰ দলৈ )

২য়— এজনে আন এজনক সুধিলে :=:=

(১) ভাত খাবৰ হ'ল নেখায় নে ?

(২) চুলি কোচা দীঘল হল নেকাটেনে ?

(৩) মৰাশাক বহুত হৈছে নেকাটেনে ?

আন জনে এই তিনিটা প্ৰশ্নৰ উত্তৰ মাত্ৰ-এটা শব্দেৰেই দিলে। শব্দটো কি ?

( শ্ৰীপ্ৰেমধৰ দলৈ )



## —পোৱাপুথি—

**সুতুলি ঃ**—গোলাব জেপত লৈ ফুৰাব পৰা ৬৪ পিঠীয়া সৰু পদ্যৰ কিতাপ। ছপা, কাকত মনমোহা, দাম মুঠেই।৵ অনা। ডাক্তৰ মহানন্দ বৰুৱা এল এম পি এক্-টি-এচ্, সাহিত্যভূষণ প্ৰণীত আৰু প্ৰকাশিত। সাহিত্যভূষণ ডাঙৰীয়া অসমীয়া সাহিত্যত পৰিচিত। তেখেতে সমাজৰ মেৰুদণ্ড স্বৰূপ কৃষক জাতিকে উদ্দেশ্য কৰি সুতুলি বজাইছে। "সুতুলি'ৰ সোণ ৰূপৰ বচনে অসমীয়া সমাজৰ মঙ্গল সাধন কৰিব বুলি আৰু সুতুলিক সকলো অসমীয়াই আদৰেৰে সাদৰিব বুলি আশা কৰিলোহক"

**বিজয়া :**—নাটক, শ্ৰীআনন্দচন্দ্ৰ বৰুৱা দ্বাৰা ৰচিত আৰু প্ৰকাশিত। পোৱাৰ ঠাই বকুলবন, চাওখাট। ছপা, কাকত ভাল বেচ মুঠেই ৸৹ বাৰ অনা।

অসমীয়া সাহিত্যত বৰ্ত্তমান মৌলিক নাটকৰ অভাৱ আৰু অন্বেষণৰ দিনত শ্ৰীযুক্ত আনন্দচন্দ্ৰ বৰুৱাই বিজয়া প্ৰকাশ কৰা বাবে আমি তেখেতৰ জয় দিছোঁ। ৰচক তৰুণ অসমীয়া সাহিত্যত সুপৰিচিত। নাটকৰ ভাব মধুৰ, ভাষা সৰল আৰু গান বিতোপন। সন্মিকৈ ডাঙৰীয়াৰ পাত নয়ে কিতাপ খনিৰ মোল আৰু বঢ়াইছে। লেখক নিজেই এজন অভিনেতা, কেবা খনো নাটঘৰত কৃতিত্বৰে সৈতে এই নাটকৰ অভিনীত হৈছে বুলি শুনা গৈছে। আমি ভুৱনী বিজয়াৰ জয় কামনা কৰোঁ।

**অৰুণ :**—ষষ্ঠ বছৰ ১ম আৰু ২য় সংখ্যা—বহুত দিনৰ পিচত আকৌ 'অৰুণ' হাতত লবলৈ পাই আমি বিশেষ আনন্দ পাইছোঁ"। এইবাৰ "অৰুণ প্ৰকাশক সমিতিয়ে" অৰুণ চলাবলৈ গাত লৈছে। বেজবৰুৱা ডাঙৰীয়াৰ ভাষাতে আমিও কওঁ—"অৰুণ—'শৰদঃ শতং' জীয়াই থাকক আৰু লগে লগে অসমীয়া লৰা-ছোৱালীৰ জ্ঞান আৰু আনন্দৰ চাৰি সীমা বাঢ়ি ৰঙল হৈ যাওক।"



# আমাৰ দেশ

প্ৰথম বছৰ। পুহ—১৮৫৪ শক। একাদশ সংখ্যা

## মঙ্গলাচৰণম্

সমানীব আকূতিঃ সমানা হৃদয়ানি বঃ।
সমানমস্তু বো মনো যথা বঃ সুসহাসতি ॥

—ঋগ্বেদ ৮।৮।৪৯।৪

তোমালোক সকলোৰেই উদ্দেশ্য শুভ হওক; হিয়াৰ মাজৰ সকলোখিনি বিৰোধ ভাৱৰ নিৰ্ম্মূল হওক; সকলোৰেই মন একে সজ উদ্দেশ্যাতে ৰত থাকোক। তোমালোকৰ মন পৰস্পৰৰ সহায়ৰ কাৰণে নিয়োগ হওক। পৰৰ সুখ তোমালোকৰ নিজৰ সুখ আৰু পৰৰ দুখ নিজৰ দুখ বুলি ভাবি ল'বা। পৰোপকাৰেই জীৱনৰ ব্ৰত হওক; পৰৰ মঙ্গল সাধনতেই তোমালোকৰ নিজৰ মঙ্গলো সাধন হ'ব।



# আমাৰ শিক্ষা

## ( ১ )

### বিলাসিতা

আজিকালি বিলাসিতাই ছাত্ৰ সমাজক যেনে দৰে পীড়িছে আন একোৱে তেনে দৰে পীড়িব পৰা নাই। বিলাসিতাই শৰীৰৰ স্বাভাৱিক শক্তি আৰু সৌন্দৰ্য্য নাশ কৰে, মনৰ বল হ্ৰাস কৰে; আৰু অভিভাৱকৰ অৰ্থ অযথা অপব্যয় কৰে। বিলাসিতা পৰিশ্ৰমৰ সুফলৰ পথৰ কণ্টক স্বৰূপ।

যি বিলাক বস্তুৰ ব্যৱহাৰে কোনো শাৰীৰিক, নৈতিক বা মানসিক শক্তিৰ উৎকৰ্ষ সাধনত সহায় নকৰে, আন পক্ষে সেইবিলাকৰ ব্যৱহাৰে সেই শক্তি বিলাকৰ বিনাশ সাধনত সহায় কৰে আৰু আৰ্থিক অৱনতি ঘটায়, সেয়ে বিলাসিতা। বিলাসিতা কেইবা বিধৰো আছে,—ভোজনত বিলাস, শয়নত বিলাস, পানত বিলাস, পিন্ধা-উৰাত বিলাস, ফুৰা-চকাত বিলাস ইত্যাদি। মুঠতে ধন ভগন হোৱা যি কোনো কামেই বা যি কোনো বস্তুৰ ব্যৱহাৰেই, যাক প্ৰথমতে সহজ আৰু মনোৰম যেন লাগে, কিন্তু শেষত তাৰ ফল বিষময় হয়, তাক বিলাসিতা বুলিব পাৰি।

ওপৰত উল্লেখ কৰা কেই বিধৰ বিলাসিতাৰ একোটাকৈ উদাহৰণ দিয়া গল,—

(১) ভোজনত বিলাস—যি আহাৰে কোনো শাৰীৰিক শক্তিৰ সঞ্চয় কৰিব নোৱাৰে, বৰং দেখাত যি আহাৰত ভালেখিনি ধন ভগন হয়, তেনে ধৰণৰ ৰাজসিক আহাৰৰ ব্যৱহাৰেই ভোজনৰ বিলাস। দেশ কাল পাত্ৰ ভেদে আহাৰৰ বেলেগ ব্যৱস্থা আছে। সেইবিলাক অতিক্ৰম কৰি যি আহাৰ কৰা যায়, যি আহাৰে শৰীৰৰ কোনো শক্তি বৃদ্ধি কৰিব নোৱাৰে, সেই আহাৰৰ ভোজনেই ভোজনৰ বিলাস। বৰ তিতা, বৰ টেঙা, বৰ লুণীয়া, বৰ জলা, বৰ কেহা আহাৰৰ ভোজন উৎকট বিলাস।

(২) শয়নত বিলাস—যি শেতেলিত শুলেও পৰিশ্ৰমৰ পাচত ভালকৈ টোপনি আহে, তাতকৈ আড়ম্বৰ থকা শোৱাপাটীয়েই ছাত্ৰসকলৰ পক্ষে বিলাসিতা। নিশা উজাগৰে থাকি দিনত টোপনি পুৰোৱাও শয়নত বিলাস। শোৱা সময় ছাত্ৰৰ পক্ষে বাতিপুৱাৰ আগলৈকেহে।

(৩) পানত বিলাস—যি পানী পান কৰিলে শৰীৰৰ শক্তি বৃদ্ধি নহৈ শক্তি ক্ষীণ হৈ যায়, বা ক্ষন্তেকীয়া উত্তেজনা হৈ পাচত শৰীৰ অৱশ হয় তেনে পানৰ ব্যৱহাৰকে পানত বিলাস বোলে। পিয়াহত বিশুদ্ধ পানীৰ ব্যৱহাৰেই ছাত্ৰৰ পক্ষে হিতকৰ। বিশুদ্ধ বা নিৰ্ম্মল পানীৰ বাজে পিয়াহ গুচাবলৈ বা উত্তেজনা বঢ়াবলৈ পান কৰা ধন ভগন হোৱা পানেই ছাত্ৰৰ পক্ষে বিলাসিতা। চাহ-পানী খোৱাও ছাত্ৰৰ পক্ষে বিলাসিতা।

ৰাগীয়াল বস্তুবিলাকৰ ব্যৱহাৰ ছাত্ৰসকলৰ পক্ষে এটা উৎকট বিলাস। বিলাসী-লোকে কোনো উচ্চভাৱত মন বহুৱাব নোৱাৰে; উচ্চাকাঙ্ক্ষা তেওঁলোকৰ মনৰ কল্পনা মাত্ৰ; ৰাগীয়াল বস্তুৱে কুমলোৱা শৰীৰত ঘূণে বিন্ধাদি বিন্ধি শৰীৰ চিৰকাললৈ ৰুগীয়া কৰে। অভিভাৱকৰ অৰ্থ অৱস্থা অপব্যয় কৰে। যি ধনেৰে ভালেমান সজ কাম কৰিব পাৰি তেওঁলোকে তেনে ধন অবাবতে উৰুৱায়। ৰাগীয়াল বস্তুৱে ছাত্ৰৰ মনৰ বল কমায়, মন লুতুৰা কৰে, ৰাগীয়াল বস্তু ব্যৱহাৰ কৰা লোকে কোনো কামতে মন বহুৱাব নোৱাৰে। ধনৰ অভাৱ হলে ৰাগীয়াল লোকে চুৰ কৰি হলেও ৰাগী লগায়। এনেকৈ ৰাগীয়াল বস্তুৱে মানুহক পাপ কামত লিপ্ত কৰে। চুৰত, ধপাত, ভাং, কানি আৰু মদ ছাত্ৰৰ পক্ষে বিশেষ অনিষ্টকৰ বিলাস।

(৪) পিন্ধা উৰাত বিলাস—আমি সাধাৰণতে বিলাসিতা মানে, পিন্ধা উৰাত বিলাসিতাকেহে বুজো। কাৰণ প্ৰায় অধিকাংশ লোকেই পিন্ধা উৰাত বিলাসী। যি কাপোৰ বা সাজে শৰীৰ আবৰণ কৰি জাৰ বৰষুণৰ পৰা ৰক্ষা কৰে তাতকৈ অধিক কাপোৰ বা সাজেই ছাত্ৰৰ পক্ষে বিলাসিতা। গৰমকালি এটা নিকা কপাহী চোলা আৰু এখন কপাহী চুৰিয়া আৰু জাৰকালি কপাহী চোলাৰ ওপৰতে এটা এৰীয়া বা আন গৰম চোলা বা কাপোৰেই ছাত্ৰৰ বিলাস-ৰহিত সাজ;

ইয়াতকৈ অধিকেই ছাত্ৰৰ পক্ষে বিলাসিতা। চুৰেটাৰ, বা আন খৰচ পৰা চোলা বা কাপোৰ বিলাসিতাৰ হে চিন। ভাৰতীয় ছাত্ৰে জোটা পিন্ধাৰ কোনো আৱশ্যক নাই; জোটাৰ পৰা উপকাৰ নহৈ অপকাৰ হে আছে। জোটাই চকুৰ জ্যোতিও নাশ কৰে বুলি কয়, তাৰ উপৰি ধন খৰচ, আৰু জোটা পিন্ধি ফুৰিলে সকলো কাম বনত মন নবহে। সেই কাৰণে বিলাসী লোকে পৰিশ্ৰমৰ মৰ্য্যাদা বুজিবলৈ টান পায়।

আজিকালি ছাত্ৰসকলে ব্যৱহাৰ কৰা আৰু কিছুমান বস্তু ওলাইছে, যিবোৰৰ পৰা দেহৰ কোনো উৎকৰ্ষ সাধন নহয়, কিন্তু অবাবতে অনেক ধন ক্ষয় হয়। সেইবিলাক যেনে—গালত ঘহাঁ 'স্ন', পাউডাৰ আদি, চুলিত ঘহাঁ পমেদ আদি ৰুমালত বা কাপোৰত সনা এচেন্স, শক্তিহীন বাত চকু, আদি। এইবিলাকে দেহৰ কোনো অঙ্গৰেই পৰিপুষ্টি সাধন নকৰে। শৰীৰৰ স্বাভাৱিক সৌন্দৰ্য্য নষ্ট কৰি খন্তেকীয়াকৈ কৃত্ৰিম সৌন্দৰ্য্য আনে। এইবিলাকত অভিভাৱকৰ ভালেখিনি ধন অবাবতে খৰচ হৈ বিদেশলৈ যায়। এইটো কথা ছাত্ৰসকলে বিশেষকৈ মন কৰিব লগীয়া যে বিলাসী লোকৰ উপকৰা সাজে ভালেখিনি বস্ত্ৰহীনলোকৰ নাঙঠ অৱস্থা নিবাৰণ কৰিব পাৰে; আমাৰ দেশত এনে লোক হেজাৰে হেজাৰে আছে যিবোৰে নিয়মমতে দুবেলা দুমুঠি শুদা ভাত খাবলৈ বা গাত ল'বলৈ এডোখৰ কাপোৰ পোৱা নাই। মুঠতে বিলাস ব্যৱহাৰ কৃত্ৰিমতাৰ হে পৰিচায়ক।

(৫) ফুৰা চকাত বিলাস— সময়ৰ বিশেষ নাটনি নহলে যাৰ পৰা যাইলৈ খোজ কাঢ়ি নগৈ আন বাহনেৰে যোৱাই ভ্ৰমণৰ বিলাস। আজিকালি ছাত্ৰে আগৰ ছাত্ৰৰ নিচিনাকৈ খোজ কাঢ়িব নোৱাৰে, আৰু সিমান বলীষ্ঠও নহয়। আগেয়ে মানুহে যোৰহাটৰ পৰা ৰংপুৰত কাচাৰি ধৰিবলৈ খোজকাঢ়ি যায়; কিন্তু আজিকালি ছাত্ৰৰ মনত এনেকৈ যোৱা আৰু কিছু দিনৰ পাচত সাধু যেন হে লাগিব; ইযাৰ কাৰণ আজি কালি ছাত্ৰৰ সৰহ ভাগৰে দূৰ বাটলৈ খোজ কঢ়া অভ্যাস নাই। বাইচিকোল, মটৰ কাৰ আদিয়ে ছাত্ৰসকলক কোঙা কৰিছে। বাইচিকোলে লাখে লাখে আমাৰ টকা বিদেশলৈ নিয়াইছে; তাৰ উপৰি সদায় বাইচাইকোলত ফুৰা জনৰ শৰীৰো কণীয়া হয়।

ছাত্ৰসকলে নিজে শাৰীৰিক, নৈতিক, মানসিক বলত বলীয়ান্ হব খুজিলে, অভিভাৱকৰ আৰু দেশৰ মঙ্গল কামনা কৰিব খুজিলে বিলাসিতা সৰ্ব্বতোভাৱে ত্যাগ কৰিব লাগে। বিলাসী ছাত্ৰে উচ্চভাৱ উচ্চাকাঙ্ক্ষা মনলৈ আনিবলৈ আজৰি নাপায়। ছাত্ৰসকলে কৰিব নোৱাৰা কাম একো নাই, দৃঢ়সঙ্কল্প হলে যিহকে ইচ্ছা তাকে কৰিব পাৰে।





# বুকাৰ ৱাছিংটন

( আগৰ সংখ্যাৰ পাছৰ পৰা )

নিজৰ খৰচ বহন কৰিবলৈ অপাৰগ বাবে স্কুলৰ অধ্যক্ষক খাটি তেওঁ তাতে খানচামাৰ কাম কৰি পঢ়িবলৈ ধৰিলে। টকা নাই বাবে তেওঁৰ একো নাই। কানি-কাপোৰ মলিয়ন হ'লে ৰাতিয়েই ধুই, জুইত সেঁকি শুকুৱাই বা আধা-শুকুৱা কৰি পিচ দিনা পিন্ধে। সকলো দুখ সহ্য কৰি তেওঁ স্কুলৰ দীঘবন্ধত অন্য ঠাইত সামান্য দৰমহাত কাম কৰি নিজৰ অভাৱ আংশিকৰূপে পূৰাই, পঢ়িবলৈ ধৰিলে। স্কুলত তেওঁৰ ধাৰ হ'ল; কিন্তু তাৰ শিক্ষকসকল বৰ দয়ালু আছিল, তেওঁক বহুত

অনুগ্ৰহ দেখুৱাইছিল। তেওঁলোকৰ সজ শিক্ষা, অমায়িক আচাৰ-ব্যৱহাৰ দেখি, ৱাছিংটন বৰ মোহিত হ'ল। ইসকলৰ আদৰ্শৰ পৰাই তেওঁ বহুত বহুমূলীয়া শিক্ষা লাভ কৰিলে। ইয়াত তেওঁ শিকিলে যে প্ৰকৃত শিক্ষাই মানুহক সুখৰ জীৱন যাপন কৰিবলৈ নিশিকায়, আৰু পৰিশ্ৰম কৰিলে মানুহৰ মান-মৰ্য্যদা নকমে। নিজহাতে কাম কৰাটো গৌৰৱৰ কথাহে।

এই স্কুলত তিনি বছৰ পঢ়ি তেওঁ শিক্ষা সাং কৰি এখন নিগ্ৰো-স্কুলত শিক্ষক কাম পালে, আৰু ককায়েকক পঢ়িবৰ কাৰণে তেওঁ পঢ়া স্কুললৈকে পঠিয়ালে। শিক্ষাৰ প্ৰতি কেনে আগ্ৰহ! তেওঁ নিগ্ৰোসকলৰ উন্নতিৰ কাৰণে প্ৰাণ-পণে যত্ন কৰিবলৈ ধৰিলে।

তাৰ পিচত তেওঁ ২২।২৩ বছৰ বয়সত টাস্কেজি নামে ঠাইত এখন নিগ্ৰো-পঢ়াশালি খোলে। এই স্কুলৰ ঘৰ-দুৱাৰ সজাৰ পৰা আৰম্ভ কৰি সকলো কাম তেওঁ নিজে তত্বাৱধান লৈ কৰাইছিল, আৰু সকলো কাম নিজ হাতে কৰি সমাধা কৰিছিল। টাস্কেজিলৈ আহিয়েই তেওঁ সময় নষ্ট নকৰি, এটা ভগা-ছিগা ঘৰত স্কুল আৰম্ভ কৰি, কেতিয়াবা ৩০ৰ্ষুণত্ব তিতিও নিগ্ৰো-ল'ৰাবোৰক পঢ়ুৱাবলৈ ধৰিলে। সকলো ল'ৰাকে তেওঁ নিজহাতে কাম কৰিবলৈ শিকাইছিল। স্কুলৰ ঘৰ সজা আদি সকলো কাম তেওঁ নিজে কৰিছিল, আৰু ল'ৰাবোৰৰ হতুৱাই কৰাইছিল। সকলো নিগ্ৰোৱে তেওঁক অতি আগ্ৰহেৰে সহায় কৰিবলৈ ধৰিলে। দুখীয়াবিলাকে যি পাৰে পইচাৰে, যি নোৱাৰে বস্তু-বাহানি, কাপোৰ-কানি, আন কি কণী পৰ্য্যন্ত স্কুলৰ ভঁৰাললৈ দি সহায় কৰিছিল। ভঁৰালত জমা হোৱা বস্তুবোৰ বেচি পইচা উলিওৱা হৈছিল।

ল'ৰাবোৰে ঘৰ আদি সজাত কামবোৰ প্ৰথমে আভঁজা হৈছিল যদিও, সিহঁতৰ বৰ ডাঙৰ শিক্ষা লাভ হৈছিল। ৱাছিংটনে সিহঁতক কেনেকৈ নিজে চাফ্-চিকোণ হৈ থাকিব লাগে, কেনেকৈ নিজে নিজৰ কাম কৰি ল'ব লাগে, এনেবোৰ শিক্ষা বৰ যত্নেৰে দিছিল। কাম কৰিবলৈ লাজ কৰা বহুত ল'ৰাৰ লাজ তেওঁ নিজে কাম কৰি দেখুৱাই ভাঙ্গিছিল। পঢ়াশালিৰ চৌসীমাৰ ভিতৰত তেওঁ শাক পাচলিৰ বাৰী পাতি, লৰাবোৰৰ হতুৱাই তাত খেতি কৰোৱাই

সিইতক কৃষি-জ্ঞান দিছিল। স্কুলৰ সৰা-মচা কাম লৰাবোৰেই কৰিব লগীয়া হৈছিল। তেওঁ সকলো প্ৰকাৰে নিগ্ৰোবিলাকৰ স্বভাৱ-চৰিত্ৰ, আচাৰ-ব্যৱহাৰ সজ কৰিবলৈ চেষ্টা কৰিছিল। ঠায়ে ঠায়ে তেওঁ ৰাতি পঢ়োৱা নৈশ-বিদ্যালয় থাপি বয়সীয়াল নিগ্ৰোবোৰকো শিক্ষা দান কৰিছিল। আন কি অনেক বুঢ়া-থেৰা নিগ্ৰোৱেও তেওঁৰ উৎসাহতে উৎসাহিত হৈ, নিগ্ৰো-সমাজৰ উন্নতি সাধনৰ কাৰণে পঢ়া-শুনা কৰিছিলহি।

তেওঁ সকলোৰে শ্ৰদ্ধা আকৰ্ষণ কৰিবলৈ ধৰিলে। কেউফালৰ পৰা সহায় সহানুভূতি পোৱাত দিনকদিনে স্কুলে উন্নতি পথত বাঁহ-গাঁজৰ দৰে উধাবলৈ ধৰিলে। স্কুলৰ প্ৰকাণ্ড ঘৰ-বাৰী, অৰ্থ-সম্পত্তি হ'ল। আন কি ২০ বছৰৰ পিচতে ৬৯০০ বিঘা মাটি আৰু ৬৬ টা পকীঘৰেৰে এক্‌কৈশ্‌ লাখ টকাৰ সম্পত্তি হ'ল। পুঁজিতো ত্ৰিশ্‌ লাখতকৈ বেচি টকা জমা হ'ল। দৈধ্য-পোন্ধৰ শ ছাত্ৰ হ'ল। তাৰ শিক্ষক আৰু কৰ্ম্মচাৰীৰ সংখ্যা ১১০ হ'ল। কেউপিনে এই স্কুলৰ আৰু ৱাছিংটনৰ খিয়াতি বৈ-বৈ গ'ল। এসময়ৰ ছাল-ছিগা ভিকহুটো এসময়ত, কেনেকুৱা এজন সৰ্ব্বপূজ্য পুৰুষ হৈ পৰিল।

গোটেই জীৱন কৰ্ম্মৰ সাধনা কৰি ৱাছিংটনে জগতত এটি আপুৰুগীয়া আহি-জীৱন এৰি থৈ গৈছে। পৰপদানত বন্দী, নিগ্ৰো-জাতিটোক তেওঁ নতুন আদৰ্শেৰে গঢ়ি প্ৰাণ দান কৰি থৈ গ'ল। তেওঁ নিজে যি আত্ম-চৰিত লিখি থৈ গৈছে, তাত তেওঁৰ কৰ্ম্মময় জীৱনৰ সকলো কথা বহলাই লিখি থৈছে। তেওঁৰ এই আত্ম-জীৱনী সকলোৱেই পঢ়া উচিত।







# * বিদ্যুৎ *

প্ৰায ২৫০০ বছৰৰ আগতে মন কৰা সেই সামান্য জাংফাইৰ আকৰ্ষণী শক্তিৰ পৰা বৈদ্যুতিক বিজ্ঞানৰ ক্ৰমোন্নতি কৈ কেনেকৈ বৰ্ত্তমান অৱস্থা পাইছেহি সেই বিষয়ে আলপ কোৱা হল। এতিয়া বৰ্ত্তমান জগতত বিদ্যুতৰ ব্যৱহাৰ আৰু উপকাৰিতাৰ বিষয়ে আলপ কোৱা হওক। এই বিষয়ে প্ৰথমতে ইয়াকে কোৱা উচিত যে বৰ্ত্তমান সময়ত পাশ্চাত্য দেশবিলাকৰ প্ৰায় বিলাক কামেই বিজুলী শক্তিৰ দ্বাৰা চলিছে। প্ৰায ৫০ বছৰৰ ভিতৰতে বিজুলী শক্তি, বৈজ্ঞানিকে পৰীক্ষা কৰি থকা অৱস্থাৰ পৰা বৰ্ত্তমান মানুহৰ নানা কামত খটোৱা আটাইতকৈ পৰাক্ৰমী শক্তি হৈছেহি। বৰ্ত্তমান সময়ত নানা দেশৰ বৈজ্ঞানিক সকলৰ পৰীক্ষাগাৰত বিদ্যুতৰ নতুন নতুন তথ্য আৰু ব্যৱহাৰ বাহিৰ হবই লাগিছে। ভৱিষ্যতে এই বিষয়ে আৰু কিমান উন্নতি হয তাক অনুমান কৰা কঠিন।

বিদ্যুৎ যে আমাৰ অকল বিলাসিতাৰ সামগ্ৰী স্বৰূপেহে ব্যৱহাৰ হয়, এনে নহয। বৰ্ত্তমান মানৱ জীৱনত ইযাৰ অনেক প্ৰয়োজন আছে, আৰু ইয়াৰ পৰা আমাৰ অশেষ সুবিধা আৰু উপকাৰ হৈছে। পাশ্চাত্য জগতত মন কৰিব লগীয়া বিদ্যুতৰ প্ৰধান ব্যৱহাৰবোৰৰ বিষয়ে তলত আলপ দিয়া গ'ল।

সাগৰৰ জাহাজ চলোৱাৰ সুবিধাৰ কাৰণে পাৰৰ কাষত সজা ওখ স্তম্ভত জ্বলোৱা ২০।২৫ মাইল দূৰলৈকে পোহৰ যোৱা ডাঙৰ চাকিৰ পৰা আৰম্ভ কৰি, চিকিৎসকে মানুহৰ মুখেদি ডিঙিৰ ভিতৰত সুমুৱাই পৰীক্ষা কৰি চাব পৰা নিচেই সৰু চাকিলৈকে অনেক কামত লগা নানা বিধৰ ডাঙৰ সৰু চাকি বিদ্যুতে জ্বলায়। মানুহ আৰু বস্তু কঢ়িওৱা ট্ৰাম্-গাড়ীবোৰ, আৰু ডাঙৰ, দীঘল আৰু বেগী ৰেল গাড়ীবোৰ মাটিৰ তলে সুৰঙ্গেদি আৰু পাহাৰৰ ওপৰেদি বিদ্যুতৰ দ্বাৰা চলোৱা হয়।

পানী উতলোৱা, ৰন্ধা-বঢ়া কৰা, কাপোৰ ইষ্ট্ৰী কৰা, ঠাই সৰা, পৰিষ্কাৰ কৰা, বিপদৰ সঙ্কেত দিয়া, ঘণ্টা বজোৱা, মাটি হাল বোৱা, গাখীৰ খীৰোৱা, মাখন তোলা, আদি কাম বৈদ্যুতিক যন্ত্ৰৰ সহায়ত হয়। বৈদ্যুতিক ক্ষুৰ, আখৰ লিখা যন্ত্ৰ, তাপ নিৰূপণ কৰা যন্ত্ৰ, বৈদ্যুতিক ঘড়ী, প্ৰভৃতি নানা তৰহৰ যন্ত্ৰ বিদ্যুতৰ সহায়ত চলে।

খনিৰ ভিতৰত মণি মুক্তা আৰু কয়লা কটা, আৰু ওপৰলৈ তুলি অনা কাম, আৰু লোহাৰ খনিত একে বাৰতে ৪০০ মোণ মাটি কাটিব পৰা ডাঙৰ বৈদ্যুতিক কোৰ, বিদ্যুতৰ সহায়ত চলে। ডাঙৰ কাৰখানাবোৰত নানা তৰহৰ কল-কৌশল চলোৱাৰ পৰা, অতি ভয়ানক তাপ দি লোহা আদি গলোৱালৈকে সকলো কাম, আৰু বিদ্যুতৰ সহায়ত এৰ বেচি শক্তি থকা ডাঙৰ ডাঙৰ চুম্বক তৈয়াৰ কৰি, তাৰ লগতে আন বৈদ্যুতিক কল লগাই ৰেলৰ ইঞ্জিনৰ নিচিনা বৰ গধুৰ বস্তুকো সহজে ওপৰলৈ তোলা হয। কিছুমান সাগৰৰ জাহাজত জাহাজ চলোৱাৰ পৰা যাত্ৰীৰ আহাৰ তৈয়াৰ কৰালৈকে সকলো কাম বিদ্যুতৰ সহায়ত হয়। মটৰ গাড়ী আৰু আকাশীৰথত থকাৰ দৰে সকলো ইঞ্জিন চলোৱাত বিদ্যুতৰ প্ৰযোজন হয়। বিদ্যুতৰ সহায়েৰে কৰা, সোণ ৰূপৰ বৰণেৰে চিক্‌মিকাই থকা নানা তৰহৰ ধুনীয়া আৰু লাগতিয়াল বস্তু শস্তাত পাই সাধাৰণ মানুহেও লব পাৰে।

চিকিৎসা শাস্ত্ৰত ৰঞ্জন ৰশ্মি (X rays) অদৃশ্য ভায়'লেট ৰশ্মি (Ultra violet rays), ৰোগীৰ অপকাৰী আৰু অপ্ৰয়োজনীয় অঙ্গ পুৰি নাশ কৰা এই বোৰৰ কাৰণে বিবিধ যন্ত্ৰ, আৰু ফিন্‌চেন্ (Finsen) যন্ত্ৰ, দাঁত পৰিষ্কাৰ কৰা যন্ত্ৰ, প্ৰভৃতি অনেক বৈদ্যুতিক যন্ত্ৰই আৰু বৈদ্যুতিক চিকিৎসাই আজিকালি যুগান্তৰ আনিছে।

বিদ্যুতৰ সহায়ত আমি টেলিগ্ৰাফেৰে অলপ সময়ৰ ভিতৰতে পৃথিবীৰ ইমূৰৰ পৰা সিমূৰলৈ সদায় লাগতিয়াল বাতৰি পঠিযাব পাৰো, আৰু টেলিফোনেৰে দূৰত, বা বিদেশত থকা মানুহেৰে সৈতে কথা পাতিব পাৰোঁ।

কেইজনমান বৈজ্ঞানিকে অলপতে কিছুমান বৈদ্যুতিক যন্ত্ৰৰ সহায়ত মানুহৰ নিচিনা এবিধ আচৰিত যন্ত্ৰ তৈয়াৰ কৰিছে। এই মনুষ্যাকৃতি যন্ত্ৰটোক আদেশ

দিলে, মানুহৰ দৰে কথা কোৱা, গান গোৱা ইত্যাদি ১০।১২ টা কাম কৰিব পাৰে। অন্য এজন বৈজ্ঞানিকে বহুত দূৰত থকা বস্তুত জুই লগাব পৰা এটা বৈদ্যুতিক যন্ত্র আবিষ্কাৰ কৰিছে। বৈদিক যুগৰ সেই ব্রহ্মাগ্নিৰ দৰে এই বৈদ্যুতিক যন্ত্রৰ সহায়ত এখন দেশৰ পৰা, অন্য এখন দেশৰ কোনো নগৰত থকা দুৰ্গৰ বা শত্রু-সৈন্যৰ খাৰ-বাৰুদত জুই লগাই ভস্ম কৰিব পৰা যাব বুলি বৈজ্ঞানিকজনে কৈছে। এইবিলাক আৰু ছাঁয়াচিত্র, কথাচিত্র আদি আচৰিত বস্তুবিলাক, বিদ্যুৎ নোহোৱা হলে আজি তৈয়াৰ কৰিব পৰা সম্ভব নহলহেঁতেন।

অৱশ্যে বিদ্যুতক কিছুমান বেয়া কামতো ব্যৱহাৰ কৰা হয়, যেনে যুদ্ধত বোমা, বিস্ফোৰক আদি ফুটুৱাই ধ্বংস কৰা কামত, আৰু কোনো দেশত প্রাণ দণ্ড পোৱা দোষীৰ বিদ্যুতেৰে প্রাণ নাশ কৰা হয়।

এইবিলাকৰ বাহিৰেও বিদ্যুতে অনেক ৰসায়নিক দ্রব্য তৈয়াৰ কৰাত, আৰু ৰসায়ন আৰু পদাৰ্থ-বিজ্ঞানৰ আলোচনা আৰু পৰীক্ষা কৰাত বহুত সহায় কৰিছে। এই বিষয়ে ইয়াকে কলেও বোধ কৰো বেচি কোৱা নহব যে কে[illegible] আধুনিক বৈজ্ঞানিকে পৰীক্ষাগাৰত বায়ুশূন্য কাচ পাত্রৰ ভিত[illegible] কৰি থাকোতে কুৰি শতিকাৰ নতুন পদাৰ্থ-বিজ্ঞানটোৱেই এক প্রকাৰে সেই কাচ পাত্রৰ ভিতৰত জন্ম লাভ কৰিছে। এই নতুন বিজ্ঞানমতে সকলো পদাৰ্থৰ মূল হৈছে বিদ্যুৎ। [illegible] দ্বাৰা সকলো জড় পদাৰ্থ গঠিত, সেইবিলাক মাথোন [illegible]কৈয়ো সহস্র গুণে ক্ষুদ্র) বিদ্যুৎ বা তাড়িতৰ কণিকা, বা [illegible] (Electron আৰু proton) সমষ্টি।

[illegible] কোনো পণ্ডিতে অনুমান কৰে যে আৰ্য্য-হিন্দুসকলৰ—আদি গ্রন্থ [illegible] ভিতৰত এই তাড়িতানুৰ উল্লেখ আছে। সেই পণ্ডিতসকলে এই কথাৰ পৰা [illegible]ৰু অন্য প্রাচীন গ্রন্থৰ পৰা ইয়াকো অনুমান কৰে যে সেই কালৰ লোকসকলৰ বিদ্যুতৰ বিষয়ে বহুত জ্ঞান আছিল, আৰু তেওঁলোকে ইয়াৰ ব্যৱহাৰো কৰিছিল।

মহাকবি কালিদাসৰ "ৰঘুবংশ"ত থকা এটা শ্লোকৰ পৰা জনা যায় যে, মেঘত যে বিদ্যুত আছে, আৰু সেই মেঘ স্পৰ্শ কৰিলে যে মানুহৰ গাত বিদ্যুৎ

লাগে, তাক কৰিয়ে ভালকৈ জানিছিল। ১৭০০ শতাব্দীত আমেৰিকাত বেঞ্জামিন্ ফ্রেঙ্ক্লিনে মেঘত থকা বিদ্যুৎ আবিস্কাৰ কৰাৰ অনেক আগতে, আৰু খ্রীষ্টৰ জন্মৰো আগতে কৰিয়ে এই কথা জানিছিল। এইবিলাক বিবেচনা কৰি, একাধাৰে এনে অসাধাৰণ কবিত্ব আৰু প্ৰকৃতি বিজ্ঞানত পাণ্ডিত্য যে এজন ভাৰতীয়ৰ আছিল ই ভাৰতৰ গৌৰৱৰ বিষয়।

আচলতে বিদ্যুৎ তৈয়াৰ কৰিব নোৱাৰি। ইয়াক উৎপাদন কৰা কল চলাওঁতে যি শক্তি প্ৰয়োগ কৰা হয়, সেইখিনিয়েই বৈদ্যুতিক শক্তিলৈ পৰিবৰ্ত্তন হৈ, বৈদ্যুতিক প্ৰবাহ স্বৰূপে সেই কলৰ পৰা ওলায়। কিন্তু কিছু দিনৰ আগেয়ে এজন জাৰ্ম্মেন বৈজ্ঞানিকে তামৰ এবিধ ৰসায়নিক দ্রব্যৰ পৰা তৈয়াৰ কৰা এটা সৰু যন্ত্ৰৰ সহায়ত সূৰ্য্যৰ কিৰণৰ পৰাই বৈদ্যুতিক প্ৰবাহ উলিওৱাত কৃতকাৰ্য্য হৈছে বুলি খবৰ পোৱা হৈছিল।

বিজুলী শক্তিৰ পৰা পোৱা ওপৰত কৈ অহা সুবিধা আৰু উপকাৰবোৰৰ কাৰণেই আজি অকল গ্ৰেট্‌ব্ৰিটেনৰ ভিতৰতে ৬০০ত কৈ বেচি বৈদ্যুতিক শক্তি-কেন্দ্ৰ আছে। আমাৰ দেশত যদিও বিদ্যুতৰ ব্যৱহাৰ দিনে দিনে বাঢ়িছে, তথাপি প্ৰধান নগৰবোৰৰ বাহিৰে এতিয়াও বহুত নগৰত বিজুলী শক্তিৰ বন্দবস্ত হোৱা নাই।

সামৰণিত ইয়াকে কোৱা উচিত যে যদিও বিদ্যুতৰ বিষয়ে বৈজ্ঞানিকসকলৰ ইমান জ্ঞান হৈছে, আৰু ইয়াক ইমানবোৰ কামত লগাব পাৰিছে, তথাপি বিদ্যুৎ আচলতে কি বস্তু, তাক কোনেও আজিলৈকে সঠিককৈ ক'ব পৰা নাই।



# আমাৰ বাৰী



( মিত্ৰদেৱ )

আমাৰ বাৰীত কি নাই, নাই পাঘৰ চকু।
আম জামু নেমু জৰা জালুক লেটেকু ॥
খাজুৰী অমৰা লিচু বগৰী তামোল।
তৰমুজ জিকা ভোল থেৰেজু আমোল ॥
ডালিম বকুল আদা সুমথিৰা পান।
কেৰেলা বেঙ্গেনা শাক ভিঁহু গোমধান ॥
পদিনা হালধি কচু স্তুনি পনীয়ল।
কঠাল অমিতা বাঙ্গি বিধ বিধ ফল ॥
ডবহী অমৰা লাও টেপাৰ কোমোৰা।
নাচ্‌পতি জলকীয়া বহঁত ঠেকেৰা ॥
কুঁৰি কাটি সাৰ দিওঁ আৰু দিওঁ পানী।
ফুল এটিও কলি এটিও হ'ব নিদিওঁ হানি
গুটি খাই গুটি পচাওঁ যাব নিদিওঁ সঁচ।
বাৰী নহয় নদন-বদন গুটি লাচ্‌পচ্‌ ॥



# ধান খেতি



( শ্ৰীযুত সদানন্দ শৰ্ম্মা )

ধান অনেক প্ৰকাৰৰ আছে ; আটাইবোৰকে ঘাইকৈ তিনি ভাগত ভগা[illegible] পাৰি, শালি, আহু আৰু বাও। এই তিনিপ্ৰকাৰ ধানৰ সুকীয়া সুকীয়া গুণ। আহু ধানৰ চাউল সাধাৰণতে মোটা আৰু কিছুমান ৰঙ্গচুৱা। শালি ধান মোটা সৰু। উৎকৃষ্ট জাতীয় ধানৰ প্ৰায় আটাইবোৰেই শালিৰ অন্তৰ্গত। বাও ধানৰ চাউল মোটা আৰু মলিন। আহু আৰু বাও ধান মাটি চহাই সিঁচি [illegible] কৰা হয়, আৰু শালি খেতি কঠীয়া পাৰি, বোকা মাটিত ৰুই কৰা হয়।

শালিতকৈ আহুখেতিৰ প্ৰণালী সহজ। তিনি চাৰি মাহৰ ভিতৰতে এই খেতি হয় ; কাজেই এই খেতি উঠাই একে মাটিতে অন্য খেতি কৰিবলৈ যথেষ্ট সময় পাব পাৰি। আহু ধান, চহোৱা মাটিত সিঁচি দিলে আহাৰ, শাওণত দাব পাৰি। আকৌ সেই মাটি পুনৰ চহাই শালি খেতি কৰিব পাৰি। আকৌ ফাগুন চ'তত মাটি মুকলি কৰি পুনৰ আহু খেতিৰ কাৰণে চহাব পাৰি। [illegible] কালিৰ শেষতে মাটি চহোৱা আৰম্ভ কৰিব লাগে। ফাগুন চ'তত বৰষুণ[illegible] আকৌ ভাল বাই মৈ দি সঁচৰ ধান সিঁচিব লাগে। মাটি যিমান [illegible] সিমান ভাল। বালি দোৰছা বা আলগাযা মাটিত আহু ধান ভালকৈ হয়। ধান বোৱাৰ উপযুক্ত সময় ফাগুন চ'তেই। শালি খেতিৰ দৰে আহু খেতিত বেচিকৈ শইচ পোৱা নহয়। গতিকে সাৰ দিয়াত ইযাত বৰ যত্ন লোৱা অনাৱশ্যক। গোবৰ সাৰ বিঘাই প্ৰতি ২।৩ গাড়ী দিব লাগে। বীজ বিঘাই প্ৰতি ১০।১২ সেৰ লাগে। আহু ধান, মাটি বোকা কৰিব পাৰিলে শালিৰ দৰে ৰুই কৰিলেও ভাল ফল পোৱা যায়।

শালিধান বহুত ৰকমৰ আছে। ঠাই বিশেষে এই খেতি কম-বেচিকৈ হয়। আহুৰ দৰে পানী বোকা নহলে শালিখেতি কৰিব নোৱাৰি। বতৰ বৰষুণ ভাল হলেই শালিধান ভাল হয়। যি বছৰ বৰ কম বৰষুণ হয়। সেই বছৰ

শালিধান নহয়; কিন্তু আহুধান ভালকৈ হয়। শালি খেতিৰ কাৰণে মাটি খুব ভালকৈ চহাই বোকা কৰিব লাগে। সাৰো ভালকৈ দিব লাগে। কঠীয়াৰ কাৰণে ধান ভালকৈ বাছি সাৱধানে ৰাখিব লাগে। জেঠ-আহাৰ মহীয়া ওখ মাটিত বোকা কৰি এই কঠীয়া সিঁচিব লাগে। একঠা মাটিত কম-বেচি এদোণ কঠীয়া ধান লাগে, আৰু ইয়াৰে এবিঘা মাটিত ৰুবলৈ জুৰিব। বেগতে গজিবৰ কাৰণে কঠীয়া ১২।১৪ ঘণ্টা পানীত তিয়াই থব লাগে। পিচত পানীৰ পৰা তুলি মাটিত গাপ দিব লাগে। কঠীয়া প্ৰায় এফুট ওখ হলেই সাৱধানে তুলি নি বোকা কৰা মাটিত ৰুব লাগে। শেহ কঠীয়া ভাদলৈকে ৰুব পাৰি; ই কিন্তু তেতিয়ালৈ শেহ হয়গৈ; আৰু ভাল ধান পোৱা নেযায়। আগতীয়া বোৱা সেৰেঙ্গা আৰু শেহতীয়া ঘন হব লাগে। সাৰ দিয়াত ভাল যত্ন ল'ব লাগে। গোবৰ সাৰ বিঘাই প্ৰতি ৪০।৫০ মোণকৈ লাগে। গোবৰ সাৰ কমাই, তাৰ লগত সময় মতে খলিকৈ আৰু অন্যান্য উৎকৃষ্ট বিদেশী সাৰ ব্যৱহাৰ কৰিব পাৰিলে বিশেষ ফল পোৱা যায়। বোৱাই সজাঁল ধৰিলে পানী যোগোৱাৰ কাৰণে সাৱধান লব লাগে। আহিন কাতি মহীয়া পথাৰৰ পানী ভালকৈ জেঁটি ৰাখিব লাগে। আঘোণ পুহত ধান দোৱা হয়। ধানত বাজেও খেৰখিনিও আমাৰ কামত আহে।

বাও ধানৰ চাউল মোটা হয়। নৈৰ দাঁতিৰ পলসুৱা ঠাই, দ আৰু জলাতক মাটিত ই বৰ ভালকৈ হয়। ইয়াৰ বিশেষ গুণ এই যে বৰ পানীতো ই নমৰে আৰু ভাল শালি খেতিৰ মাটিতো ই হয়। শালিৰ দৰে ৰুইও ইয়াক কৰে। আহুধানৰ নিচিনাকৈ ফাগুণ চ'তত সিঁচিব লাগে; আঘোণ, পুহমহীয়া ধান কাটিবৰ হয়। ই দ মাটিৰ দৰ লাভজনক খেতি।

ধানৰ অনিষ্টকাৰী অনেক ৰকমৰ পোক আছে। গান্ধী, চোৰোগা, পোক. আদি কাকৃতি কৰি আমাৰ দেশত নাই। পেচোৱাৰ আফ্‌গানিস্থান, পঞ্জাব, বোম্বাই আদৰ পৰ্ব্বতত হে এইবোৰ বৰ বেচি। কিন্তু ইহঁত সদায় জাকপাতি ফুৰে আৰু বহুত দূৰলৈকে উৰি যায়। কচিৎ আমাৰ দেশতো কোনো কোনো ঠাইত ওলোৱা শুনা যায়। ইহঁত যি পথাৰত পৰে, সেইখন তেনেই উদং কৰি যায়। এই বিলাক পোকৰ পৰা ধান ৰক্ষা কৰিবলৈ সাৱধান লোৱা উচিত।

ধানত সাৰ দিয়া উচিত। কিন্তু অতি বেচিকৈ সাৰ পালে গোচবোৰ বাঢ়ে, আৰু তেনে গোছত ধান প্ৰায় নহয়েই; পত্ৰান হে হয়।



# উৰাজাহাজ

( শ্ৰীমান হীৰালাল বৰদলৈ। )

আজিকালিৰ যুগটো বিজ্ঞানৰ যুগ। এই যুগত বিজ্ঞানৰ বলত যে কত নতুন নতুন মানুহে নেদেখা নুশুনা আচৰিত ধৰণৰ বস্তুৰ আবিষ্কাৰ হৈছে তাক লেখি অন্ত কৰিব নোৱাৰি। আজিকালি এনে ধৰণৰ বস্তু ওলাইছে যাক মানুহে এসময়ত মনতো ভাবিব নোৱাৰিছিল। আজি আমি উৰাজাহাজৰ বিষয়ে আলোচনা কৰিম। এই উৰাজাহাজো কেৱল বিজ্ঞান চৰ্চ্চাৰে ফল। এই উৰাজাহাজবিলাকে আকাশত চৰাইৰ দৰে উৰি ফুৰিব পাৰে। একোখন একোখন উৰাজাহাজত বহুত মানুহ উঠি যাব পাৰে। আগৰ কালত যে মানুহে চৰাইৰ দৰে উৰিবলৈ চেষ্টা কৰিছিল তাৰ বিষয়ে এটা গল্প আছে। গ্ৰীচ দেশৰ ওচৰত ক্ৰীট ( Crete ) নামেৰে এটা দ্বীপ আছে। আগৰ কালত সেই দ্বীপটো গ্ৰীচ দেশৰ ৰজাই শাসন কৰিছিল। এসময়ত গ্ৰীচ দেশৰে দেডেলচ ( Daedalus ) নামেৰে এটা মানুহে সেই ৰজাক কোনো অপৰাধ কৰাত ৰজাই তাক তাৰ পুতেকেৰে সৈতে সেই দ্বীপটোত বন্দী কৰি থৈ দিয়ে। দেডেলাচে তাৰ পৰা পলাই যাবলৈ বহুত চেষ্টা কৰিও একো উপায় উলিয়াব নোৱাৰিলে। এদিন হঠাতে তাৰ মনত এটা বুদ্ধি খেলালে। সি ওপৰলৈ চাই তাৰ মূৰৰ ওপৰত বহুত চৰাই উৰি ফুৰা দেখিলে। সি ভাবিলে যদি সিও সেই চৰাইবিলাকৰ দৰে উৰিব পাৰিলেহেঁতেন, তেন্তে সিও তাৰ পৰা পলাই যাব পাৰিলেহেঁতেন। ইয়াকে ভাবি সি সেইদিনাৰে পৰা চৰাইৰ পাখি

গোটাবলৈ ধৰিলে। আৰু যেতিয়া তাৰ বহুত চৰাইৰ পাখি হ'ল, তেতিয়া সি সেই পাখিবোৰ হুডাল খৰিৰে একেলগে এটা ডাঙৰ চৰাইৰ পাখিৰ দৰে দুখন বৰ ডাঙৰ পাখি কৰিলে। সি সেই পাখি দুখন তাৰ বাউসীত আঁটি আঁটি বান্ধি পেলাই চৰাইৰ দৰে উৰিবলৈ শিকিলে। আৰু যেতিয়া সি ভালকৈ উৰিব পৰা হ'ল তেতিয়া সি তাৰ পুতেকৰ কাৰণেও তেনেকুৱা দুখন পাখি কৰিলে। এনেকৈ এদিন দুয়ো সেই দ্বীপৰ পৰা উৰি গুচি গ'ল। অন্য মানুহবিলাকে সিহঁতক সেইদৰে উৰা দেখি অবাক হ'ল। দেদেলচে বৰ সাৱধানে উৰিছিল। কিন্তু তাৰ পুতেক চৰাইৰ দৰে উৰি অতি আনন্দ পোৱাত বহুত ওপৰলৈকে উৰিলে আৰু শেহত সাগৰত পৰি মৰি থাকিল। তেওঁৰ আগেযে কোনো মানুহেই চৰাইৰ দৰে উৰিব পৰা নাছিল। গতিকে তেওঁৰ পোন প্ৰথমতে উৰিবলৈ পাই নিশ্চয় আনন্দ লাগিব। দেদেলচৰ পাচৰ পৰা বহুত মানুহে সেইদৰে চৰাইৰ দৰে পাখি সাজি উৰিবলৈ চেষ্টা কৰিছিল; আৰু বহুত মানুহ সেই চেষ্টাতে মৰিল। কিন্তু কৃতকাৰ্য্য হব নোৱাৰিলে। বৰ্ত্তমান এনেকুৱা ধৰণৰ উৰাজাহাজ আছে। এনেকুৱা ধৰণৰ উৰাজাহাজ হ'বৰ ৪০ বছৰৰ বেছি হোৱা নাই। যোৱা মহাযুদ্ধৰ পিচৰ পৰাহে উৰাজাহাজৰ প্ৰচলন বেচি হ'ল। আগৰ ছোৱাত উৰাজাহাজৰ প্ৰচলন আৰু সিমান উন্নতিও হোৱা নাছিল। আৰু ই সাধাৰণতে আনৰ দৰে নিৰাপদ নাছিল। এতিয়াও উৰাজাহাজৰ প্ৰচলন বেচি হ'লেও ই সিমান নিৰাপদ হোৱা নাই। আজিকালি, ডেকাৰ কথা নকৰেঁই অইন কি ৮০ বছৰীয়া বুঢা মানুহেও উৰাজাহাজত উঠিহে অলৈ তলৈ যায। বিশ্বকবি ৰবীন্দ্ৰনাথৰ নিচিনা এজন বুঢা মানুহেও উৰাজাহাজত উঠিহে ভ্ৰমণ কৰে। আজি আমাৰ ভাৰতত নহলেও ইউৰোপ আমেৰিকা আদি দেশত উৰাজাহাজত উঠি হেজাৰ হেজাৰ মাইল ভ্ৰমণ কৰা এটা ফুৰ্ত্তিৰ কথা।

১৮৯৬ খৃষ্টাব্দত লেংলি ( Langley ) নামেৰে এজন আমেৰিকাৰ মানুহে বৰ্ত্তমান ধৰণৰ প্ৰথম উৰাজাহাজ তৈয়াৰ কৰে। কিন্তু তেওঁ তাত কৃতকাৰ্য্য হ'ব নোৱাৰিলে। সেই সময়তে পেট্ৰলেৰে চলাব পৰা সৰু সৰু কল ওলায। এই কলবিলাক মটৰ গাড়ী চলাবলৈ ব্যৱহাৰ হৈছিল। এই কলবিলাক ওলোৱাত



উৰাজাহাজৰ কাৰণেও এটা ডাঙৰ সুবিধা হ'ল। [illegible] তেলেৰে চলোৱা কলৰ বাহিৰে অন্য কল চলাব নোৱাৰি। ১৯০৩ খৃষ্টাব্দত উইলবৰ ৰাইট (Wilbur Wright) আৰু অৰভাইল ৰাইট (Orville Wright) নামেৰে দুজন ককাইভায়ে এই কলেৰে উৰাজাহাজ চলাই কৃতকাৰ্য্য হৈছিল। এই ককাই-ভাই দুজনক ভাল ফল লাভ কৰা দেখি মানুহবিলাকে তেওঁলোকক উৎসাহ দিছিল; আৰু তেওঁলোকেও লাহে লাহে বহুতখিনি উন্নতি কৰিছিল। তেওঁ-লোকক দেখি সেই সময়ত বহুত মানুহে উৰাজাহাজ প্ৰস্তুত কৰিবলৈ চেষ্টা কৰিছিল। ফাৰমেন (Farman) নামেৰে এজন ইংৰাজ মানুহেও এই বিষয়ে বহুতখিনি কৃতকাৰ্য্যতা লাভ কৰিছিল। সেই সময়ত "দেইলি মেইল" (Daily mail) নামেৰে এখন খবৰ কাগজে উৰাজাহাজত যি এটাইতকৈ বেচিকৈ উৰিব তেওঁক পুৰস্কাৰ দিবলৈ ঘোষণা কৰিছিল। সেই কাৰণে পুৰস্কাৰৰ আশাত বহুত মানুহে উৰাজাহাজত উৰিবলৈ চেষ্টা কৰিছিল।

১৯০৯ খৃষ্টাব্দত ব্লেৰিযত (Bleriot) নামেৰে এজন ফ্ৰেন্স দেশীয় মানুহে ২১ মাইল আধাঘণ্টাৰ ভিতৰত উৰিছিল। ১৯১০ খৃষ্টাব্দত আকৌ পোলহাৰ (Poulhan) নামেৰে আন এজন ফ্ৰেন্স দেশীয মানুহে কেৱল মাত্ৰ এবাৰ বৈ পেলাই ১৭০ মাইল উৰিছিল। মহাযুদ্ধৰ পাচত ১৯১৯ খৃষ্টাব্দত এলক (Alock) আৰু ব্ৰাউন (Brown) নামেৰে দুজন ইংৰাজ কৰ্ম্মচাৰীযে ১৬ ঘণ্টাত ১৯০০ মাইল উৰিছিল। এই উৰাজাহাজবিলাক যুদ্ধৰ কাৰণে বিশেষ উপকাৰী; গোৱা মহাযুদ্ধত এই উৰাজাহাজবিলাক বৰ বেচিকৈ ব্যৱহাৰ হৈছিল। এই উৰাজাহাজ বোৰে ওপৰেদি উৰি গৈ শত্ৰুৰ ওপৰত বোমা পেলাই দি কেইমিনিটমানতে হেজাৰ হেজাৰ সৈন্য আৰু সুন্দৰ সুন্দৰ নগৰ গাওঁ আদি ধ্বংস কৰিব পাৰে। যতবিলাক যান আছে তাৰ ভিতৰত উৰাজাহাজেই এটাইতকৈ বেগী। সেই কাৰণে ই ডাক অনা-নিয়া কৰাৰ বৰ দৰকাৰ। আজিকালি পৃথিৱীৰ সকলো দেশতে উৰাজাহাজ আছে। ধনী ধনী মানুহবিলাকে আৰু দৰকাৰ ক'ৰবালৈ খুব সোনকালে পোৱাকৈ যাব লগা হ'লে উৰাজাহাজত যায়। এনেকৈ ডাক বা

মানুহ অনা-নিয়া কৰা উৰাজাহাজৰ কোম্পানী আছে। এই কোম্পানীবিলাকৰ ভিতৰত "The Imperial Airway Company" য়েই প্ৰধান। এইবিলাকৰ বাহিৰেও, মানুহে অন্য উপায়েৰে কৰিব নোৱাৰা কিছুমান কাম আজিকালি উৰাজাহাজেৰে কৰিব পাৰে। ধৰাঁ, এখন দেশৰ পৰা অইন এখন দেশলৈ যাব লগা হ'ল। কিন্তু ইখন দেশ পোৱাৰ আগতে বাটতে জানিবা এখন শত্ৰুৰ দেশ আছে। গতিকে ৰেলেৰে বা জাহাজেৰে গলে শত্ৰুৱে অক্ৰমন কৰিব পাৰে। কিন্তু উৰাজাহাজেদি বহুত ওপৰেদি উৰি গ'লে শত্ৰুৱে একো অপকাৰ কৰিব নোৱাৰে। বন্দুকেৰে গুলিযালেও সেঁচ ওপৰত ঢুকি নেপায়। এনেকৈ উৰাজাহাজেৰে শত্ৰুৰ দেশৰ ওপৰেদি অহা যোৱা কৰাৰ উদাহৰণ বহুত যোৱা মহাযুদ্ধতে পোৱা যায়। তাৰ উপৰিও আজি-কালি পৃথিবীৰ মানুহে নেদেখা বহুত ঠাই উৰাজাহাজেৰে ওপৰেদি চাই পেলাই তাৰ ফট লৈ আহি মানুহক দেখুওৱা হৈছে। আৰু তাৰ পৰা আমাৰ এই পৃথিৱীৰ বহুত নজনা অথচ লাগতিয়াল কথা আমি শিকিছো। আফ্ৰিকা, এচিয়া আদি মহাদেশতে এনে কিছুমান ঠাই আছে যিবিলাকলৈ মানুহে অইন কোনো উপাযেৰে যাব নোৱাৰে। গতিকে সেই ঠাই বিলাকৰ মান-চিত্ৰ অসম্পূৰ্ণ হৈয়েই আছে। কিন্তু আজিকালি উৰাজাহাজেৰে ওপৰেদি মানুহ গৈ সেই ঠাইবিলাক চাই আৰু তাৰ ফট তুলি লৈ সেই ঠাইবিলাকৰ মানচিত্ৰ সম্পূৰ্ণ কৰিছে। এই বিষয়ে অলপতে কেইবাখনো বঙ্গলা কাকতত আলোচনা কৰিছে।

উৰাজাহাজৰ চালক জনক ইংৰাজীত পাইলট "Pilot" বোলে। উৰাজাহাজত চলোৱা কলৰ বাহিৰেও দিকনিৰ্ণয যন্ত্ৰ, দূৰীক্ষণ যন্ত্ৰ আদি বহুতো যন্ত্ৰ থাকে। চালকে এই যন্ত্ৰবোৰৰ সহাযেৰে উৰাজাহাজখন চলায। উৰাজাহাজখনৰ আগতে দুখন বতাহ দিয়া যন্ত্ৰ ( Propeller ) থাকে। আৰু জাহাজখন এই বতাহৰ জোৰত চলে। উৰাজাহাজবিলাক আনবিলাক যানৰ দৰে গধুৰ নহয। ই নিচেই এবিধ পাতল ধাতুৰে নিৰ্ম্মিত। উৰাজাহাজ অনেক ৰকমৰ আছে। যি বিলাক উৰাজাহাজ মাটিৰ পৰা উৰে সেই বিলাকৰ মটৰৰ দৰে দুটা সৰু চকা থাকে; উৰাজাহাজখন উৰাৰ আগতে মাটিত অলপ দূৰ চুচৰিহে উৰিব পাৰে। যি

বিলাক উৰাজাহাজ পানীত চলাই সেই বিলাকৰ চকাৰ বদলি দুখন সৰু সৰু নাও থাকে। সেই নাও কিখনেই ইয়াক ওপঙাই ৰাখে। কিছুমান উৰাজাহাজৰ আকৌ চকা আৰু নাও দুযোটা থাকে; আৰু ইয়াক পানী আৰু মাটি দুয়ো ঠাইতে চলাব পাৰি। বৰ্ত্তমান উৰাজাহাজ আমাৰ কাৰণে একো আচৰিত বস্তু নহয়। সিদিনা অলপতে যোৰহাটলৈ দুখন সৰু উৰাজাহাজ আহিছিল। বহুত মানুহে গৈ দুই তিন দিন চাইছিল। বৰ্ত্তমান ভাৰতবৰ্ষৰ কেইবা ঠাইতো উৰাজাহাজ চলাবলৈ শিকোৱা অনুষ্ঠান আছে। তাৰ ভিতৰত যি দুটি বম্বেত (The Bombay Flying Club) আৰু কলিকতাৰ ওচৰৰ দমদমত (The Bengal Flying Club) আছে সেই দুটিয়েই প্ৰধান। উৰাজাহাজৰ চালক হ'বলৈ বেচি লিখা পঢ়া নেজানিলেও হয়। মটৰ চলাবলৈ যেনেকৈ অনুমতি পত্ৰ (license) লব লাগে সেইদৰে উৰাজাহাজ চলাবলৈকো অনুমতি পত্ৰ ল'ব লাগে। আমাৰ ভাৰতীয় মানুহেও আজিকালি উৰাজাহাজ চলাবলৈ অনুমতি পত্ৰ পাইছে। এই অনুমতি পত্ৰও দুই ৰকমৰ আছে। সাধাৰণতে যেতিয়া উৰাজাহাজ চলাব পৰা হয় তেতিয়া মাথোন "ক" ধৰণৰ অনুমতি পত্ৰ দিয়া হয়। এই অনুমতি পত্ৰ পোৱা চালকে কোনো ব্যৱসায় আদি উৰাজাহাজৰ চালক বুলি কৰিব নোৱাৰে।

কিন্তু "খ" ধৰণৰ অনুমতি পত্ৰ পালে উৰাজাহাজেৰে ব্যৱসায় আদি কৰিব পাৰে। এই ধৰণৰ অনুমতি পত্ৰক ব্যৱসায় কৰা অনুমতি পত্ৰ (Professional license) বোলে। এই ধৰণৰ অনুমতি পত্ৰ পালে কোনো মানুহৰ বা কোনো কোম্পানীৰ উৰাজাহাজৰ চালকৰ কামত নিযুক্ত হ'ব পাৰে। উৰাজাহাজৰ চালকবিলাকৰ দৰ্মহাও অতি বেচি। কোনো একো জন চালকে মাহে ৯০০৲।৫০০৲ কৈ দৰ্মহা পায়, নতুবা এই ধৰণৰ অনুমতি পত্ৰ পালে নিজে উৰাজাহাজ কিনি মানুহ আনা নিয়া কৰা আদি ব্যৱসায় কৰিব পাৰে। কিন্তু "খ" ধৰণৰ অনুমতি পত্ৰ উৰাজাহাজ চলোৱাত অতি পাৰ্গত আৰু তাৰ কল-কব্জাৰ বিষয়ে পৰিপাটিকৈ জনা মানুহকহে দিয়া হয়। কেইবাজনো ভাৰতীয় মানুহে এই ধৰণৰ অনুমতি পত্ৰ পাইছে। আজিকালি উৰাজাহাজ ব্যৱসায় আদিত খুব বেচি ৰকমে ব্যৱহাৰ কৰা হৈছে।

মহাভাৰত ৰামায়ণ পঢ়িলে আমি অৰ্জ্জুনৰ আৰু ৰাৱণৰ ওপৰেদি যোৱা ৰথৰ কথা পাওঁ। আজিকালিৰ উৰাজাহাজৰ কথা ভাবিলে সেই কালত উৰাজাহাজ থকা একো অসম্ভৱ নহয়।

———



# পানীপিয়া

( শ্ৰীমতী ঊষাৱতী ঠাকুৰ )

এজন মানুহৰ দুজনী ছোৱালী আছিল। বৰজনাৰ নাম লুচী আৰু সৰুজনীৰ নাম ফেণী। লুচীৰ মাক সৰুতে মৰিল। মাহীয়েকেই তাইক ডাঙৰ দীঘল কৰিলে। দেখিবলৈ লুচী যেনে ৰূপহী আছিল, স্বভাৱ চৰিত্ৰতো তাই তেনে সুন্দৰ আছিল। তাইৰ নিচিনা ৰূপ গুণৰ ছোৱালী গাৱঁত নাছিল বুলিলেই হয়। গাৱঁত লুচীক নৰম নকৰা মানুহ নাই, তাইৰ গুণ সকলোৱে প্ৰসংশা কৰে আৰু ৰূপত সকলো মোহ যায়। সতিয়ে জীয়েকৰ এনে ৰূপ গুণত মাহীমাকৰ বুকুৱে নসহা হল। সদায় লুচীৰ কেনেকৈ অপকাৰ কৰিব তাই তাকে ভাবিবলৈ ধৰিলে। বাপেক জীয়াই থকাত মাহীয়েকে লুচীক কোনো বেয়া ব্যৱহাৰ কৰিব নোৱাৰিছিল।

দুৰ্ভগীয়াৰ দুখ সদায় আছে। লুচীৰ বয়স বাৰ পাৰ হওঁতে নৌ হওঁতেই বাপেক ঢুকাল। এতিয়া মাহীমাকেই হৰ্ত্তা কৰ্ত্তা; লুচীৰ হকে মুখ পাতি একেষাৰ কবলৈ নাইকিয়া হল। বাপেক মৰাৰ লগে লগে, মহীমাকে তাইক বৰ দুখ দিবলৈ ধৰিলে। ঘৰৰ সকলো বনবাৰি তাইৰ ওপৰতে দিলে। কেতিয়াবা কোনো এটা কাম ইফাল সিফাল হলেই মাহীয়েকে তাইক নথৈ গালি শপনি পাৰে, মাজে সময়ে হাতো লগায়। ভাল মুখৰ মাত এষাৰি লুচীৰ আপুৰুগীয়া বস্তু হৈ পৰিল। মাকৰ লগতে ফেণীয়েও উজান দিয়ে।

ঘৰৰ আন বনৰ উপৰিও পুৱা গধূলি পানী অনা লুচীৰ দৈনিক কাম। নৈ ঘৰৰ পৰা প্ৰায় এমাইল মান দূৰ। নৈৰ পৰা পানী অনা অলপ বেলি হলেই মাহীয়েকে তাইক গালি-শপনি মাৰ-কিল ইত্যাদি কৰে। তাইক যদিও ইমান দুখ কষ্ট দিছিল, তাই কিন্তু তথক দুখ নুবুলি ৰং মনেৰেই সকলো কাম কৰিছিল।

আম কি তাই হাঁহি মুখেৰে ফেণীৰো আল পৈচান ধৰিছিল। এদিন আবেলি নৈৰ পৰা পানী আনোতে, ফকীৰ এজনে লগ পাই লুচীক পানী কলহ খুজিলে "আই বৰ পিয়াহ লাগিছে, কলহটো দিয়াঁ পানী এটুপি খাওঁ"। তাই বৰ আনন্দ মনেৰে পানী কলহ দিলে। ফকীৰে গোটেই কলহ পানী খাই পেলালে। তাই আকৌ নৈলৈ গৈ আৰু একলহ পানী আনিলে, সেইকলহো ফকীৰে বাটতে খুজি খাই পেলালে। তাই আকৌ পানী আনিব লগা হোৱাত তাইৰ মনত কোনো কষ্ট হোৱা নাছিল। বৰঞ্চ ফকীৰে পানী খোৱাত তাই ৰংহে পাইছিল। কিন্তু, ইফালে ঘৰত মাহীয়েকে বেলি হোৱাত যে তাইক কি কৰিব সেই কথা ভাবি তাইৰ মুখ সেতা পৰিল। তাইৰ মুখৰ ভাব বুজি ফকীৰে কলে, "আই ভয় নকৰিবা, মাহীয়েৰে একো নকৰে তুমি মোৰ কথা কবা"। তাই ভয়ে ভয়ে ঘৰলৈ গৈ ঘৰ পাওঁতেই মাক জীয়েক দুয়ো তিৰ্কচি বিৰ্কচি উঠিল। গালি শপনি ডাবি-হুকিত লুচীৰ চকুৰ পানী ওলাবলৈ ধৰিলে। তাৰ পিচত তাই ফকীৰৰ কথা কবলৈ ধৰোতেই, তাই মুখৰ পৰা সোণ-ৰূপ পৰিবলৈ ধৰিলে। মাহীয়েকে দেখি আচৰিত হ'ল। পেটে পেটে হিংসা কৰি বাহিৰে মৰম দেখুৱাই কলে "আই তুমি বৰ দুখ পাইছা আজিলৈ আৰু পানী আনিব নেলাগে ফেণীয়েই আনক গৈ। ইপিনে ধন সোণৰ লোভত মাকে জীয়েকক পানী আনিবলৈ পঠিয়ালে"। তাই পানী একলহ লৈ আহোতে ফকীৰে লগ পাই পানী কলহ খুজিলে। তাই ভাবিলে "মযো পানী দিওঁ লুচীৰ নিচিনা হম"। ফকীৰে পানী গোটেই কলহ খাই পেলালে দেখি ফেণীৰ পেটে পেটে খং উঠিল, আৰু ভাবিলে ইমান দূৰৰ পৰা পানী কলহ আনিলো তেনেই খাই পেলালে। তাই আকৌ একলহ আনিলেগৈ; ফকিৰে এইবাৰ পানী খুজিলে; তাই খং মনেৰে কলে "কিমান পানী খায় অ' একলহ খাই তেপাহ মুগুছিল নে? অত'খন বাটৰ পৰা কিমান পানী কঢ়ায়ম"। ফকিৰে কলে, বাৰু যোৱাঁ নেলাগে। তুমি মাৰৰ আগত কথা কওঁতে তোমাৰ মুখৰ পৰা সাপ-বেঙ্গ ওলাব, আৰু কথা শেষ হলেই তুমি পানী-পিয়া চৰাই হৈ উৰি যাবা, পানীৰ বাবেই পানী পিউ, পানী পিউ, কৰি চিঞৰি ফুৰিবা, পানী

মাত্ৰেই তোমাৰ চকুত তেজ হব। মোক একলহ দিছিলা তাৰ বাঁৰে ওপৰতে বৰযুণ ধৰি এটোপা খাব পাৰিবা। ফকাৰৰ শাও শুনি তাই বৰ বেজাৰ মনেৰে ঘৰলৈ উলটিল। ইফালে মাকে জীয়েকৰ কথা শুনিবলৈ আগবাঢ়ি আছে। ফেণী চোতালত ঠিয় হোৱা মাত্ৰকে মাকে আহি সুধিলেহি, কিন্তু কি হব, কথা কোৱা মাত্ৰকে ফেণীৰ মুখৰ পৰা সাপ বেঙ্গ ওলাবলৈ ধৰিলে ; কথা শেষ হোৱা মাত্ৰকে তাই চৰাই হৈ পানী পিউঁ, পিউঁ বুলি উৰা মাৰি গুচি গল। বাৰিষা ফেণীয়ে এতিয়াও গায় "পানী পিউঁ পিউঁ।"

- গল্প প্ৰতিযোগিতাৰ প্ৰথম গল্প।

## —ঃ গীত ঃ—

( শ্ৰীযুত দেবীপ্ৰসাদ গোহাই )

যঁতৰ মোৰ হৃদয় নিধি
যঁতৰ মোৰ প্ৰাণৰ প্ৰাণ,
ঘৰ অবিৰাম অ' মোৰ যতৰ
প্ৰাণত তুলি মধুৰ তান্।

নেদেখা এডালি মায়াৰ ডোলেৰে
জগৎ সংসাৰ অনিৰাম ঘূৰে ;
তযো ঘূৰিছ এডালি সূতাৰে
জগাই পুৰণি গান।
ঘূৰ অবিৰাম অ' মোৰ যঁতৰ
প্ৰাণত তুলি মধুৰ তান।

কিনো মোসনা তোৰ ঐ কাকলি
লয় সকলোৰে কোলাত তুলি ;
তই সুদৰ্শণ বস্ত্ৰ ব্যৱসায়ী
কৰ অকাতৰে দান।
ঘূৰ অবিৰাম অ' মোৰ যঁতৰ
প্ৰাণত তুলি মধুৰ তান্।

# মণিৰাম দেৱান

( শ্ৰীযুত বেণুধৰ শৰ্ম্মা )

আমাৰ দেশখন ইংৰাজৰ হাতলৈ গ'লৰ ১০৮ বছৰ হ'ল। এই এশ আঠ বছৰৰ ভিতৰত বহুত ডাঙৰ মানুহ উপজিলও মৰিলও। কিন্তু, মণিৰাম দেৱানৰ সমান ডাঙৰ মানুহ ওপজাও নাই মৰাও নাই। সেই জন মানুহেই ডাঙৰ, যি জনৰ কীৰ্ত্তি গাৰে-ভূঞে, নামে-গুণে, দুখে বেজাৰে ৰঙে তামচাই সকলো ঠাইতে সকলো সময়তে শুনিবলৈ পোৱা যায়। ১৭৭৯ শকৰ ১৬ ফাগুণত মণিৰাম দেৱানক যোৰহাটৰ টোকোলাই নৈৰ পাৰত ফাঁচী দি মৰা হয়। অপৰাধ—তেওঁ কেনো বৃটীচক আসামৰপৰা খেদিব খুজিছিল। ডাঙৰ মানুহ মৰিলে বা ডাঙৰ মানুহক মাৰিলে অকল মানুহৰ মনবোৰেই যে শোক বেজাৰত ক'লা পৰি যায় এনে নহয়, প্ৰকৃতিয়েও সেই শোকত সহানুভূতি জনায়। দেৱাণক মৰাৰ পিছত, আকাশত নেজ-লগা তৰা ওলাইছিল। গোটেইখন ধুৰঁলি-কুৰঁলি হৈ আছিল আৰু উত্তৰ লক্ষীমপুৰৰ পিনে একেৰাহে সাদিন-সাতৰাতিকৈ আপোনা আপুনি হাবিত জুই লাগি গৈছিল। যাৰ মৃত্যুত এনেকৈ নোহোৱা নোপোজা ঘটনা হয়, তেওঁ আৰু ডাঙৰ মানুহ নহয় কি?

সেই ডাঙৰ মানুহজন লৰা কালত বৰ দুষ্ট আছিল। দুষ্ট বুলি তিনি-নাচ দি বতাহৰ আগত ডেও পাৰি ফুৰা দুষ্ট নহয়; থালত পেলাই ভুঁলধৰা বিধৰ দুষ্ট—যাক তুমি আমি সাগৰ-দুষ্ট বুলি কব পাৰোঁ। তেওঁবিলাকৰ ঘৰত এজন কমলাবৰীয়া ভকতে সদাই থাকিবলৈ লৈছিল। ভকতজন বৰ চিক্-চিক্-চাক্-চাক্ আছিল, তেওঁ ধ'ৰি ধুই ভাত-পানী ৰান্ধিছিল; গাত ধূলি এছাটিমান পৰিলেই গোটেইজন দুপদুপাই উঠিছিল। তাৰ উপৰি তেওঁৰ সাহৰ নামে ধনিষ্টামানো নাছিল; চকুতো আকৌ চলিহাই ধৰিছিল। ভকতক দেখিলেই লৰাবোৰে "আতৈ

সেয়া গাত ধূলি লাগিল ধূলি লাগিল" বুলি চিঞৰিবলৈ ধৰে। অ তেঁয়ে পাৰেমানে গাটোত ফুৰাবলৈ ধৰে আৰু কাপোৰ-কানি জাৰি জোকাৰি ভাবি গুণি গৈ থাকে বোলে ধূলিযে আৰু ক'ত পাম ? এনেতে আকৌ পাছফালৰ পৰা লৰাবোৰে মাত লগায় 'আতৈ ধূলি গৈছে, পৰে এতিয়া।" এইবেলি আতৈৰ ৰক্ষা নাই। গাটোৰ চাৰিও ফালে তেওঁ ফু দি উৰুৱাউল হয়। সিমানতো ধূলিয়ে পাছ নেৰা যেন শুনিলে যিফালৰ পৰা ধূলি গৈছে বোলা মাতষাৰ শুনে, সেই ফাললৈকে কপৰ চুলোৱা লাখুটি ডাল টোৱাঁই ধূলি খেদিবলৈ চাপলি মেলে। ভকত মানুহ চাপলি মেলা দেখি আটাইবোৰ লৰাই হাঁহি, খলকনৰে আকাশ ছানি পেলায়। মণিৰামে লাৰি গৈ তেওঁক সেৱা এটি কৰি আস্ত-ব্যস্তকৈ ও লাটাই লৈ আহেগৈ ভকতে বং পায আশীৰ্ব্বাদ দিয়ে "বোপাই তই ভাল মানুহ ?"

ভকতজনে ৰাতি-পুৱাই এমুঠি খাই দিনটোলৈ ওলাই যায় আৰু গধূলি হলেহে ঘৰ সোমায়হি। তেওঁ ওলাই যোৱাৰ পিছতে দুষ্টৰ সাগৰ মণিৰামে ভগা টেকেলি-কলহ জুটামান আনি ভকতৰ চাৰি পাটীত কাপোৰেৰে ঢাকি থয়হি। গধূলি, ভকত আহি গা-পা ধুই নাম-গুণ গাই খাই-বৈ অঁতাই তেওঁৰ চাৰি-পাটী-খন খেপিয়াই চায গৈ। কাপোৰ-কানি দি, মানুহটিৰ সাজে-সাজে শুৱাই থোৱা টেকেলি-কলহবোৰ যেই পায় সেই তেওঁ কোনোবা ডাইণী শুই আছে বুলি হাতৰ লাখুটিডালেৰে হুঁতুৰ-হুঁতুৰ মাৰ শোধাবলৈ ধৰে। মাৰৰ কোবত টেকেলি-কলহৰ খোলা ভাগি চূৰ্চ্চময হৈ পৰে। ভকতৰ কাণ্ড দেখি মণিৰামে নজনা ভাও ধৰি সাগৰৰ দৰে গহীনটো হৈ ভকতক প্ৰশ্ন কৰেহি, "আতৈ, কি হল" আতৈয়ে আৰু কি ক'ব ? থওত যিহকে পায় তাকে কবলৈ ধৰে আৰু মণিৰামে মুখত শোপা লৈ পাৰেমানে হাঁহে। দুষ্টালি কৰি আতৈক আমনি দি যিমান ভাল পাইছিল, আতৈৰ আল-পৈচান ধৰি, আতৈক সিধাপাতি দি, আতৈয়ে ভাল পোৱা বস্তু যতাই দিও মণিৰামে সিমান ভাল পাইছিল।

মণিৰামৰ চকু এটি কেঁৰা আছিল। লগৰ লৰাবোৰে তালৈকে টোঁৱাই তেওঁক সদাই জোকাইছিল। তেওঁৰ কিন্তু সেই কথাত সমূলি খং উঠিছিল বৰং অতি

সম্মৰ্পণে মিহি মাতেৰে "গোলাঞে যাক যেনেকৈ অৰ্জিছে, হাঁহিলে কি হব" বুলি বুজনি দিয়া সমিধান হে দিছিল।

আটাইবোৰ লৰাই মিলিজুলি আজৰীয়া বতৰত ৰজা-মন্ত্ৰী খেদিছিল। এদিন মণিৰামৰ হাতত চোৰৰ কড়ি থাকে। মণিৰাম চোৰ হল। আৰু সিন্ধুৰা বুলি এটা লৰাই কড়ি মাৰি ৰজা হল। আগৰেপৰা সিন্ধুৰাৰ মণিৰামলৈ পেটে-পেটে আখেজ। মণিৰামক টেকেলাই ধৰি নি ৰজাৰ আগত ভেটালত "চোৰ মণিৰামে" "ৰজা সিন্ধুৰাক" কোনোপধ্যেই "স্বৰ্গদেৱ" নোবোলে। সভাসদ পাৰিসদ সকলে বিচাৰ স্থগিত ৰাখি ৰজাক সেৱা নজনোৱা বাবেই "চোৰৰ" পিঠিত থিয়-কিল আৰু গলধনত কপো-চেলোৱা দিবলৈ আদেশ কৰিলে। চাওডাঙ্গে যথাবিহিত শাস্তি দিয়াৰ পিছত চুৰিৰ বিচাৰ হল। বিচাৰত "চোৰৰ" টিকা-চোঁচৰাবলৈ হুকুম হল। টিকা চোঁচৰা খাই উঠি আহোঁতেই মণিৰামে কলে "ৰাক, ৰ। মই বুঢ়া গোহাঁই ডাঙ্গৰীয়া হওঁ বাক। ইয়াৰ পোটক পাবি।

এই কথাষাৰতে লৰা খেমালি গুচি ৰৰখেমালি হলগৈ। কথাষাৰ ইকাণ-সিকাণ হৈ ৰজা-মন্ত্ৰী বুঢ়া গোহাঁইৰ কাণত পৰিলগৈ। মহা অভিমানী বুঢ়া গোহাঁঞে তৎক্ষনাৎ মণিৰামৰ দেউতাকক মতাই নি সুধিলে, "লৰাই পানী পেলালে বৰ পিছলি পৰেনে নপৰে" ? দেউতাকে কলে "পৰে"।

"তোৰ লৰাই মোক খেদি ৰাজ-মন্ত্ৰী হওঁ বুলিছে। এতেকে, তই ৰাজদ্ৰোহ অপৰাধত পৰিছ"।

"বন্দীও দেউতাৰে, লৰাও দেউতাৰে। মাৰিবও পাৰে, তাৰিবও পাৰে। কিন্তু দেউতাই মন কৰিব লাগে চিকাক মাৰিলে হাত হে গোন্ধায়"।

চ'ৰাৰ বিষয়াসকলে যুক্তি কৰি মণিৰামৰ গাৰপৰা জগৰ এৰুৱালে। কিন্তু কথা গৰকা বুঢ়া গোহাঞে এষাৰ কথা কৈ সকীয়াই দিলে বোলে, "মণিৰাম এতিয়া লৰা। ওঁঠ চেপিলে পিয়াহো ওলাব পাৰে। এতিয়াই যেতিয়া সি মোলৈকে হুমিয়ায, আগলৈ বা কি কৰে ? এতেকে, তালৈ পঁজাল চাঁছি থোৱা ভাল"।

-:*:-




( শ্ৰীযুতা ৰূপেশ্বৰী দেৱী )

ঘৰ চলোৱাত যদি ঘৰৰ গৃহিণী গৰাকী শিক্ষিতা হয়, তেনেহলে সেই ঘৰৰ গৃহস্থ গৰাকী হঠাৎ দুখত নপৰে; কতই বহুত দৰমহা পাই চাকৰ-বামুণ লৈ খায়; কতই অলপ দৰমহা পাই অকল গৃহিণীৰে সৈতেই বহুত লৰা-ছোৱালী লৈ দুখেৰেও কাল কটাব লগাত পৰিছে। শিক্ষিতা তিৰোতাই তাত অলপো বেজাৰ কৰিবৰ কাৰণ নাই। ভগৱন্তই যাক যেনে দৰে থাকিবলৈ পঠিয়াইছে তাতে সুখ কৰিও থাকিব পাৰি। চাকৰ নেথাকিলেও যদি ঘৰৰ ঘৈণী গৰাকীৰ মুখৰ মাতখিনি বৰ মিঠা হয়, তেনেহলে বহুত মানুহ এনেয়ে চলাব পাৰি। মাইকী মানুহ সদায় সৰল দয়ালু হোৱা উচিত। মানুহৰ ওচৰত ভাল নাম কৰিব পাৰিলে ঈশ্বৰৰ ওচৰতো ভাল নাম হয়। মানুহক সেৱা কৰা মানে ঈশ্বৰক সেৱা কৰা। আজিকালিৰ বহুত নতুন ধৰণৰ ছোৱালীয়ে বহুত পুৰণি কথা ভাল নোপোৱা হৈছে। আগৰ পুৰণি কথাত যে মূল্য নাই, এনে নহয়।

অলপীয়া উপাৰ্জ্জনেৰেও কেনেকৈ ঘৰ চলাই সুখেৰে থাকিব পাৰি তাক চমুকৈ কব খোজোঁ। ঘৰৰ ঘৈণী গৰাকীয়ে নাই বুলিলেই নোহোৱাকৈ নাথাকি চাৰি দিনৰ খোৰাক হাতৰ পৰা এৰিব নালাগে। চকু বহাই চাউল বিচৰাটো বৰ অন্যায়! তাক নকৰি আগ দিনাই পাঁচদিনাৰ খোৱা বস্তু সকলো সমল ঠিক ৰাখিব লাগে। সকলোৰে পক্ষে দস্যাহা দি ৰান্ধনি ৰখা সম্ভৱ নহয়, কত তিৰুতাই ল'ৰা কোলাত লৈ লৰালৰিকৈ আঙ্গাত তেল মাৰিবলৈ ওত নোপোৱাকৈ ভাত দিব লগীয়া হয়। যদি ছেগ বুজি কিছু ধৰণৰ আচাৰ চাটনি কাসুন্দী খাৰলি ঠিক ৰাখিব পাৰি, তেনেহলে বহুত আহুকালৰ পৰা হাত সৰা যায়। এছাৰ আদি আগত দি ভাতৰ পাতত বহুৱাযো স্বচ্ছন্দে বাকীবিলাক কৰিব পাৰি; এখন তৰকাৰিৰেও খাই যাব পাৰি।

ঘৰৰ বৈণী গৰাকী সদায় হাঁহিমুখীয়া হব লাগে। একালৰ পৰা গিৰীয়েক আহিলে অনেক দুখ-কষ্টত থাকিলেও আনন্দেৰে কথা কৈ তেওঁক মনত শান্তি দিব পাৰি। কিন্তু এনে অনেক তিৰুতা দেখা যায়, যিসকলে, একালৰ পৰা তেওঁৰ গিৰীয়েক বগত দুখত আহিলেও তেওঁৰ দুখলৈ নাভাবি নিজৰ খিনিহে কবলৈ আৰম্ভ কৰি মনত কষ্ট দিয়ে। তেনে কথাৰ পৰা গিৰীয়েকৰ আয়ুস ক্ষয় হয়। মাইকী মানুহে নিজৰ সুখলৈ কাণ নকৰি সদায় লোকক সুখ দিবলৈ যত্ন কৰা উচিত। সুখ-দুখ নিজৰ কৰ্ম্মফল, সিইঁত ক্ষন্তেকীয়া; এতেকে এনে ক্ষণস্থায়ী সুখ-দুখলৈ মন নকৰি গৃহিণীয়ে ত্যাগ শিক্ষা কৰা উচিত।



# নাঙঠা ফকিৰ

( শ্ৰীযুত আনন্দচন্দ্ৰ বৰুৱা )

তোমালোকে এটা কথা মন কৰি চাইছানে—উপজি আহোঁতে মানুহ নাঙঠাই আহে কিন্তু পশু-পক্ষী ইতৰ প্ৰাণীবিলাকে উপজি আহোঁতেই গাৰ নোম বা পাখী লগত লৈ আহে। লাহে লাহে ডাঙৰ হৈ অহাৰ লগে লগে মানুহৰ চকু গজি আহে আৰু "এইটো কি" "সেইটো কি" বুলি সুধি সুধি বুদ্ধি বঢ়াই গৈ থাকে। এইদৰে বয়স বেছি হৈ যোৱাৰ লগে লগে মানুহৰ বুদ্ধিও বেছি হৈ যায়। কিন্তু পশু-পক্ষী বিলাকৰ বাঢি যোৱা বুদ্ধি নাই দেখি সিইঁত সদায় একেদৰেই একে নিয়ম পালন কৰি থাকে। সিইঁতৰ বুদ্ধি ধৰা বন্ধা আৰু মানুহৰ বুদ্ধি পাৰ ভঙা; এই কাৰণেই বুদ্ধিৰ বলেৰে মানুহে অসাধ্য সাধন কৰিব পাৰিছে। তোমালোকে স্কুলত পঢ়িব নোৱাৰিলে বা অঙ্ক কৰিব নোৱাৰিলে "গৰু" বুলি শিক্ষকে গালি পাৰে;

তেতিয়া বুজিব যে অস্থ বুজিবলৈ তোমালোকে সমুলি মন কৰা নাছিলা। নহলে তোমাৰ বুদ্ধিত কথাটো ভালকৈ সোমোৱা নাছিল। মানুহৰ বুদ্ধিয়ে এবাৰ কেনেবাকৈ কিবা এটা কথাৰ পম্ ধৰিব পাৰিলে সেইপিনে বাঢ়ি যাবই। তাক আৰু কোনেও কমাব নোৱাৰে। এতিয়া তোমালোকক এজন মানুহৰ কথা ক'ম— যি জনৰ মনত নিচেই সৰুতে সৰু বুদ্ধি সোমোৱাত আজি তেখেতে "মহাত্মা" উপাধি পাইছে।

মহাত্মা গান্ধীও তোমাৰ আমাৰ দৰেই বং ধেমালি কৰিবলৈ ভাল পোৱা ল'ৰা আছিল। কিন্তু তেখেতৰ মনত নিচেই সৰুতে কিতাপ পঢ়াৰ হেঁপাহটো সোমায়। স্কুলত পঢ়া কিতাপ পঢ়াৰ উপৰিও বহুত বাহিৰা কিতাপ তেখেতে পঢ়িবলৈ ধৰিলে। এইদৰেই কিতাপ পঢ়োতে পঢ়োতে তেখেতৰ মনত এটা কথা বৰকৈ লাগিল। সেইটো কথা হৈছে সঁচা বাটত চলা। সত্য ৰক্ষা কৰিবলৈ শ্ৰীৰামচন্দ্ৰই ৰাজ্য, ধন, সকলো বিসৰ্জ্জন দিছিল। হজৰৎ মহম্মদে সত্যৰ কাৰণে নিজৰ অশেষ বিপদ বুকু পাতি লৈছিল আৰু প্ৰভূ যিশু-খৃষ্টই সত্যৰ কাৰণে নিজৰ বুকুত শূল মাৰি সুমাবলৈকো এৰি দিছিল এইবিলাক জানি শুনি মহাত্মা গান্ধীয়ে সৰুতে ঠিৰাং কৰি লৈছিল যে, জীৱনত কেতিয়াও তেখেতে মিছা কথা নকয় আৰু সত্যৰ কাৰণে সদাই যুঁজ কৰিব। এদিন তেখেতসকলৰ ঘৰৰ পায়খানা চাফ কৰিবলৈ যোৱা মেটোৰটোক তেখেতে ছুলে। তাকে দেখি মাকে তেখেতক গা ধুবলৈ ক'লে। তাৰ, কাৰণ সোধাত মাকে ক'লে—'সি নীহ জাতৰ মানুহ তাক ছুলে গা ধুব লাগে। এই কথাষাৰে তেখেতৰ মনত বৰ কষ্ট দিলে। একে ঈশ্বৰে স্ৰজন কৰা মানুহক ছুই মানুহে গা ধোৱা নিশ্চয় অন্যায়। বেচেৰাই ঘিণ-ঘাণ আওকাণ কৰি পায়খানাৰ মলি চাফ কৰি জীৱনৰ আহাৰ মুঠি উলিয়াই দেখিয়েই সি ছুলে জাত যোৱা হ'ল। সেই সৰু কালতে তেখেতৰ মনত খেলালে—এই অস্পৃশ্য অৰ্থাৎ ছুব নোপোৱা কথাটো আমাৰ দেশৰ পৰা একেবাৰে তুলি দিব লাগিব। পঢ়ি-শুনি যেতিয়া তেখেতে ওকালতি কৰিবলৈ আৰম্ভ কৰে তেতিয়া তেখেতে দেখিলে যে, অকল মিছা কথাৰ ওপৰতে ওকালতি কৰিব

লাগে। কিন্তু তেখেতে সামান্য ধনৰ কাৰণে মিছা কথা ক'ব কেনেকৈ ? তেখেতে জানিছিল সত্য মানেই ঈশ্বৰ। সত্য পথত চলা মানেই ঈশ্বৰৰ লগত ফুৰি ফুৰা। গুকালতিত তেখেতে সেই কাৰণে ধন আৰ্জিব নোৱাৰিলে। ইয়াৰ পাচত বহুত ঠাইত ঘুৰি-পকি বিপদত পৰা মানুহক সহায় দি তেখেতে দুখীয়া-নিচলা মানুহৰ কেনেকৈ উন্নতি হ'ব তাকেহে চিন্তা কৰিবলৈ ধৰিলে। দিনক দিনে তেখেতৰ মনত সত্যৰ সেৱা আৰু দুখীয়াৰ উপকাৰ কৰিবলৈ হেঁপাহ বেছি হৈ আহিল। লাহে লাহে (বিলাসিতা) তেখেতে পিন্ধা-উৰাৰ জাক্-জমক্ ধুন-পেচ ইত্যাদি এৰি দিলে। জাক্-জমক্ আৰু ধুন-পেচ মাৰিবৰ মানুহৰ একো দৰ্কাৰ নাই। কাৰণ, কাপোৰ পিন্ধাৰ অকল কাম হৈছে গা-ঢকা। যিমান খিনি কাপোৰ হলে সমাজৰ নিয়মমতে গা ঢাক খায় সিমান খিনিয়েই যথেষ্ট। তাতকৈ বেছি কাণি কাপোৰ পিন্ধি ধুনীয়া বোলাবলৈ গ'লে একো লাভ নহয়। বৰং অনাহকত গোটাচেৰেক পইচা বেছিকৈ খৰচ কৰা হয়। বেছিকৈ ধুন-পেছ মৰা মানুহবোৰ দেখিলে কাউৰীৰ গাত ম'ৰা পাখী লগোৱাৰ নিচিনা হয়। এই কথা জানি মহাত্মাই বিলাসিতাক চিৰকালৰ কাৰণে পৰিত্যাগ কৰিলে। বিলাসিতা মানে পাপ। পাপ কাম কৰিলে মানুহ বেমাৰী হয় আৰু মন বান্ধ খায়। বিলাসিতাত মন দিলে কুপছুতা গুণবোৰে মানুহৰ মন আকৰ্ষণ কৰি ভাল গুণবোৰ তল পেলায় থয়। এই কাৰণেই বিলাসিতাক পাপ বুলি তেখেতে বিসৰ্জ্জন দিলে

তেখেতক মহাত্মা বোলে হয় কিয় জানানে ? কাৰণ, তেখেতৰ কাৰ্য্যবিলাকত মহত্বৰ পৰিচয় আছে। তেখেতে তলত দিয়া ব্ৰত সাতোটা পালন কৰায়েই জগতত মহাপুৰুষ হ'ব পাৰিছে

(১) সত্য—অৰ্থাৎ সঁচা-বাতে চলা।

(২) অহিংসা—বাক্যে, বচনে, আচাৰে, ব্যৱহাৰে কাৰো হিংসা নকৰা।

(৩) ব্ৰহ্মচৰ্য্য—অৰ্থাৎ শৰীৰ মন পৱিত্ৰ কৰি থোৱা।

(৪) অস্বাদ নিজৰ খাদ্যৰ বাহিৰে আন বস্তুৰ সোৱাদ নোলোৱা।

(৫) অস্তেয়—চুৰ নকৰা।

(৬) অপৰিগ্ৰহ—আৱশ্যকীয় বস্তুতকৈ বেছি বস্তুলৈ হেঁপাহ নকৰা।

(৭) অভয়—বিপদ-আপদ আদিলৈ ভয় নকৰি সত্যপথত চলি থকা।

যোৱা বছৰ মহাত্মা গান্ধীক কিমান সম্মান কৰি বিলাতৰ "ৰাউণ্ড টেবুল কন্‌ফাৰেন্সলৈ" ইংৰাজসকলে নিছিল তাৰ কথা তোমালোকে জানা। এই বছৰ তেখেতে প্ৰাণত্যাগ কৰিও দুখীয়া নিচলাবিলাকৰ উপকাৰ কৰিবলৈ ধৰাৰ কথাও শুনিছিলাইক। ইয়াৰ পৰা তোমালোকৰ প্ৰাণতো নিশ্চয় পৰোপকাৰ মহাব্ৰতৰ ভাব সোমাইছে। মানুহৰ জন্মটো অকল নিজৰ কাৰণে নহয়। মানুহক অমৃতৰ পুত্ৰ বোলে। কাৰণ, মানুহে অমৃত দিব পাৰে। এই অমৃত আন একো নহয় সত্যৰ পূজা। তুমি সদায় সঁচা বাটত চলি থাকিলে হেজাৰ দুখ-বিপদৰ মাজতো সুখেৰে থাকিব পাৰিবাঁ। তোমাৰ মন প্ৰফুল্ল হৈ থাকিব।

নাঙঠা ফকিৰ মহাত্মা গান্ধী অমৃত। তেখেতে জগতক অমৃতৰ ভাগ দিব পাৰিছে দেখিয়েই গোটেই জগতে আজি তেওঁক বুকত সাবটি লৈছে। আমি আহিছোঁ বহুতৰ লগ লাগি মিলেৰে থাকিবলৈ। গতিকে, বহুতক আনন্দ দিবলৈ হলে আমাৰ হিয়াত চেনেহ লাগিব। চেনেহত দেৱতাও বশ হয়, সাপ-বাঘো বশ হয়। নাঙঠা ফকিৰ মহাত্মা গান্ধীও চেনেহতে নাঙঠা। চেনেহ বিলাই বিলাই আৰু চেনেহ লাভ কৰি কৰি তেখেতৰ জীৱনটোৱেই অমৃতময় হৈ পৰিছে।





# দীনবন্ধু



( শ্ৰীযুত হলীৰাম হাজৰিকা )

আমাৰ পশ্চিমফালে বৰহাবি নামৰ এখন গাওঁ আছিল ; সেই গাওঁখনৰ চাৰিও ফালে বহুত দূৰলৈ বৰ ডাঠ হাবি, ভিতৰত কত যে বাঘ, বৰা, হাতী, ম'হ আদি বনৰীয়া হিংসুক জন্তু আছে তাৰ সীমা সংখ্যা নাই। চাৰিওফালে প্ৰায় ২ মাইল মান দূৰৈত গাওঁ, কেৱল হাবিহে। হাবিৰ মাজে মাজে সুৰসুৰীয়া বাট আছে। কোৱা বাহুল্য ওচৰৰ গাৱঁৰ পৰা খৰি, কাঠ আনিবলৈ কাচিৎহে মানুহ অহা-যোৱা কৰে। এনে ভীষণ হাবিৰ মাজত দুৰ্যোগত পৰি এটা আঠ বছৰীয়া ল'ৰাই কান্দি-কাটি অস্থিৰ হৈ ফুৰিছে। ল'ৰাটিৰ নাম 'ধনীৰাম', সেই ল'ৰাটিৰ ঘৰৰ এজনী কপিলী গাই তিন দিন মানৰ আগতে হেৰাইছে, বিচাৰি পোৱা নাই। চাৰিওফালে বিচাৰি ক'তো অনুসন্ধান নাপাই, খাই বৈ উঠি কিছুমান খৰি আনিবলৈ যোৱা মানুহৰ লগত আহি সি হাবিত সোমায়। পিচত খৰি অনা মানুহবোৰ খৰি লৈ গুচি গ'ল, ল'ৰাটোয়ে গাই বিচাৰি ফুৰোতে হাবিতে সন্ধ্যা লাগিল। লাহে লাহে গধূলি হোৱাত বপুৰাই কোন ফালে ওলাই ঘৰলৈ যাব, তাৰ উপায় বিচাৰি নাপাই ভয়তে অস্থিৰ হৈ ফেকুৰিবলৈ ধৰিলে।

আন ফালে ঘৰত ল'ৰাটিৰ বিধবা মাকৰ বাহিৰে কেও নাই। বাপেক মৰিবৰ ছবছৰ হৈছে। সকৰে পৰা মাকে মুখৰ গৰাহ খুৱাই ডাঙৰ দীঘল কৰিছে। তেওঁলোকৰ মুঠেই আঠোটা গৰু, তাৰ ভিতৰত কপিলী গাই জনীক ধনিৰামে বৰ ভাল পায়। গতিকে সিমান যত্ন কৰি বিচাৰি হাবাথুৰি খাইছিল। আজি আহি এই ভীষণ হাবিৰ মাজত পৰিছে ; চকুৰ পানীৰে বাট নেদেখা হ'ল, ইফালে ভালুক, বাঘে খায় মাৰিবৰো ভয়। সেই সঙ্কটত হৰিয়ে উদ্ধাৰ নকৰিলে 'আনে উদ্ধাৰ কৰিব নোৱাৰে। এই ভাবি ধনীৰামে কবলৈ ধৰিলে, হে হৰি সংসাৰত দুখীয়াৰহে দুখ অধিক ! হে প্ৰভু, দুখীয়া ধনীৰামৰ এনেই কপিলী গাইৰ অভাৱত

মন অসন্তুষ্ট, তাতে আকৌ আগত জন্তুৰ বিপৰ্য্যয় মূৰ্ত্তি! একেবাৰে ভয়াক খাকি 'আই' বুলি কান্দে, আকৌ হাবিৰ মাকত সাহ্‌ সুহ্‌ শুনিলে ভয়তে ঠাহক খাই বয়। কেতিয়াবা গছ এজোপাকে হাতী বুলি ভয়তে কোঁচমোচ খায়। ওচৰ চাপি গছ বুলি জানিলে আকৌ আগুৱায়। কেতিয়াবা কপিলী গাইজনী আগতে দেখে আকৌ থিতাতে নেদেখা হয়। এনেতে যদি বনবজাই আৰু এটা গৰ্জ্জন মাৰে আকৌ "আই ঐ খাই ঔ" বুলি আগচলি লয় মাৰে। এইদৰে ধনীৰামৰ বিলাইৰ আদি অন্ত নোহোৱা হ'ল। ইফালে ঘৰত গধূলি হোৱা দেখি আৰু ধনীৰাম নহা দেখি মাকৰ মন উগুল থুগুল হ'বলৈ ধৰিলে। ক্ৰমান্বয়ে আন্ধাৰ হ'ল। গৰু গাই সকলো আহি ঘৰ চাপিল। তথাপি ধনীৰাম নাহিল! "আজি ধনীৰামৰ কি হল? মোৰ বাছা আজি কলৈ গল?" এনে ৰকমৰ আশঙ্কা আহি মাকৰ সুখ শান্তি সকলো থিনি আঁতৰালে। মাকৰ হিয়াই আৰু নসহে! কান্দি কাটি মাক বাউলী হল। ওচৰ চুবুৰীয়া বিলাকৰো মনত অসন্তোষ। মাকক অনেক প্ৰকাৰে বুজোৱা হল, কিন্তু মাকৰ চিতে নামানিলে। মাক ব্যাকুল, তাতে আৰু ধনীৰামৰ মমতাত কেইজনমান সদাশয় ওচৰৰ চেঙ্গেৰাই কাঁকালত কাপোৰ বান্ধি হাতত টাঙ্গোন লৈ দুৰ্ঘোৰ অন্ধকাৰৰ মাজেদি ধনীৰামক বিচাৰিবলৈ ওলাল, লগতে মাকো ওলাল। বহুত হাক দিলে; কিন্তু কোনেও বুজাই ৰাখিব নোৱাৰিলে কান্দি কান্দি ডেকা কেইজনৰ পিছে পিছে ধনীৰামক বিচাৰি ওলাল।

হাবিৰ মাজত ঘূৰি-পকি ওলাবৰ বাট নাপাই কাঁন্দি কাঁটি যেতিয়া ধনীৰাম ভাগৰিল তেতিয়া তাৰ হঠাৎ মনত পৰিল যে সঞ্চতে এদিন মাকে তাৰ আগত এটা সাধু কথা কৈছিল যে, কোনোবা দুখীয়া লৰা এটাই গধূলি ঘৰলৈ যা লগা হোৱাত নৈ পাৰ হবৰ কোনো নাৱৰীয়া নাপাই 'দীনবন্ধু" বুলি মাতোতে তাৰ আহি দীনবন্ধুৱে পাৰ কৰি থলে। এই বুলি মনতে ভাবি সি অতিকৈ কাতৰ ভাৱে "হে দীনবন্ধু আজি মোক হাবিৰ পৰা বাহিৰ উলিয়াই দিয়াঁ হে দীনবন্ধু"! এই বুলি করুণ স্বৰে মাতিবলৈ ধৰিলে। মাতোতে মাতোতেও, তথাপি দীনবন্ধু নাহিল। তেতিয়া সি আকৌ কবলৈ ধৰিলে "হে দীনবন্ধু" তুমি দেখোন [illegible] মই দুখীয়া লৰা, আ




প্ৰথম বছৰ। মাঘ—১৮৫৪ শক। দ্বাদশ সংখ্যা।

## মঙ্গলাচৰণম্।

একো দেবঃ সৰ্ব্বভূতেষু গূঢ়ঃ
সৰ্ব্বব্যাপী সৰ্ব্বভূতান্তৰাত্মা।
কৰ্ম্মাধ্যক্ষঃ সৰ্ব্বভূতাধিবাসঃ
সাক্ষী চেতা কেবলো নিৰ্গুণশ্চ॥

—শ্বেতাশ্বতৰ ৬ষ্ঠ অধ্যায়।

সেই একদেৱ পৰমেশ্বৰ সকলো ভূতৰ শৰীৰতে লুকাই আছে, তেওঁ সকলোতেই বিয়পি আছে; তেৱেঁই সকলো জীৱৰে অন্তৰাত্মা স্বৰূপ। তেওঁৱেঁই সকলো কাম কৰোৱাৰ গৰাকী, সকলো জীৱই তেওঁতেই আশ্ৰয় লয়। জগতৰ সকলো কামৰে তেওঁ সাক্ষী, কাম কৰিবলৈকো তেওঁৱেঁই উদগনি দিয়ে, তেওঁ অদ্বিতীয় আৰু গুণাতীত; সত্ব, ৰজঃ আৰু তমোগুণে তেওঁক পৰশিব নোৱাৰে। সেই নিৰ্গুণ পৰমেশ্বৰৰ আমি উপাসনা কৰোঁ॥



# বৈদিক যুগৰ আৰ্য্য-বিদ্যালয়

শ্ৰীযুত কমলাকান্ত ভট্টাচাৰ্য্য।

দেশৰ আশা স্বৰূপ, আগলৈ উঠি অহা হে মৰমৰ লৰাহঁত, আজি তোমালোকৰ আগত প্ৰাচীন বৈদিক যুগত আৰ্য্য ঋষিসকলে কি দৰে বিদ্যালয় স্থাপনা কৰিছিল আৰু তাত কেনে প্ৰকাৰৰ শিক্ষা ছাত্ৰসকলক দিছিল তাৰ কথা কওঁ। প্ৰায় সেই মতে কালিংপং এঙ্‌গ্লো ইণ্ডিয়ান মহা-বিদ্যালয়ত ইউৰোপীয় আৰু এঙ্‌গ্লো ইণ্ডিয়ান ছাত্ৰসকলক শিক্ষা দিয়া মই নিজ চকুৰে দেখা কথা পিছত বহলাই কম, এতিয়া প্ৰাচীন কালত আৰ্য্য জ্ঞানীসকলে কেনে ভাবেৰে ভাৰতবৰ্ষত অনেক ঠাইত মহা-বিদ্যালয় পাতি মানুহ তৈয়াৰ কৰিছিল তাৰ বিষয় গল্প কওঁ শুনাহক।

ছাত্ৰশিক্ষা দিয়া মহা-বিদ্যালয় যাক আজিকালি আমি কলেজ বোলোঁহক, সেই যুগত নগৰৰ ভিতৰত বা ওচৰত ঋষিসকলে নাপাতিছিল, কিয়নো নগৰ-বিলাক প্ৰলোভনৰ ঠাই তাত ব্ৰহ্মচৰ্য্য শিক্ষা হোৱা টান কথা। ছাত্ৰ জীৱনকেই ব্ৰহ্মচৰ্য্য বোলে। এই হেতুকে নগৰ আৰু জনতাৰ গোলমালৰ পৰা দূৰত ফটফটীয়া নিকা পানী বৈ থকা নৈবিলাকৰ কাষত- অতিশয় স্বাস্থ্যকৰ ঠাই চাই ঋষিসকলে আশ্ৰম পাতি ছাত্ৰবিলাকক নানা বিদ্যা শিক্ষা দিছিল। নানা বিদ্যা মানে শিল্পবিদ্যা—সূতাকটা কাপোৰ বোৱা কহঁাৰ তাম পিতলৰ বাচন সজুলি আদি তৈয়াৰ কৰা বিদ্যা, কুমাৰ কমাৰ চমাৰ বাঢ়ৈ, মিস্ত্ৰি খনিকৰ চিত্ৰকৰ মূৰ্ত্তি নিৰ্ম্মান কৰা আদি ৬৪ কলা বিদ্যা লেখা পঢ়া শিক্ষাৰ লগে লগে, সেই আশ্ৰম বোৰত ছাত্ৰসকলে শিক্ষা যি পাইছিলেই তাৰ বাহিৰেও কৃষি বিদ্যা, জন্তু প্ৰতি পালন বিদ্যা শৰীৰৰ বল বঢ়োৱা অৰ্থে নানা তৰহৰ ব্যায়াম শিক্ষাও কৰিছিল।

সৈন্যশিক্ষাবিদ্যা যিটো তাক ঋষি সকলৰ আশ্ৰমতহে প্ৰকৃত ভাবে হৈছিল। আনৰ আগৰ ৰজা মহাৰজাসকলেও নিজৰ লৰাবিলাকক বণ বিদ্যা

অস্ত্র বিদ্যা শিক্ষাৰ কাৰণ ঋষিবিলাকৰ আশ্ৰমলৈহে পঠাই দিছিল। আৰু আন আন ছাত্ৰসকলৰ লগে লগে বজাৰ লৰা বুলি অহঙ্কাৰ নেৰাখি গুৰু-সকলৰ আদেশ মতে ৰাজকুমাৰসকলে সমনীয়া ভাৱে সকলো ছাত্ৰৰে সৈতে একেলগে গুণানুসাৰে সকলো বিদ্যা শিকি পাৰ্গত হৈছিল। কোনোৱে কাকো সৰু জ্ঞান কৰিব নোৱাৰিছিল, ছাত্ৰ জীৱনত সকলো সমান। ঘিণ, অহঙ্কাৰ, খং ৰাগ দমন কৰা, "মাতৃবৎ পৰদাৰেষু, পৰদ্ৰব্যেষু লোষ্ট্ৰবৎ আত্মবৎ সৰ্ব্বভুতেষু যঃ পশ্যতি স পণ্ডিতঃ" অৰ্থাৎ স্ত্ৰীজাতিক মাতৃ জ্ঞান কৰা, পৰৰ বস্তুক মাটিৰ লড়িৰ দৰে দেখা, সকলো মানুহকে জাত অজাত বিচাৰ নকৰি নিজ আত্মাৰ দৰে দেখা, এনে-বিলাক শিক্ষাকেই ব্ৰহ্মচৰ্য্য শিক্ষা বোলে। গুৰিৰে পৰা যি জাতিৰ ছাত্ৰবিলাকক এনে ভাৱৰ নৈতিক শিক্ষা দি তুলিব পৰা যায় সেই জাতি সদায় স্বাধীন জাতি হৈ থাকে। শৰীৰটি হৈছে ইঞ্জিন তাক মনে ড্ৰাইভাৰ—চালক হৈ চলায়, যেনেকৈ ভাল কৰি শিক্ষা পোৱা ৰেল, জাহাজ, মটৰগাড়ী আদিৰ ড্ৰাইভাৰ চালক বিলাকে ভাল দৰে পৰীক্ষা দিব পাৰিলেহে ড্ৰাইভাৰ হব পাৰে নহলে অশিক্ষিত ড্ৰাইভাৰে বিপদ আনে, সেই দৰে ইন্দ্ৰিয়বিলাক সংযম ভাৱে চলাবলৈকো মনে ভাল দৰে শিক্ষা পাব লাগে; এই শিক্ষাকেই বোলে ব্ৰহ্মচৰ্য্য। প্ৰাচীন কালত আৰ্য্য ঋষিৰ যুগত ভাৰতবৰ্ষৰ আশ্ৰমবিলাকত ঋষিসকলে যাৰ যেনে প্ৰাকৃতিক গুণ সেই মতে শিক্ষা দি কাৰ্য্য বিভাগ পাতিছিল; কালক্ৰমে ইয়েই বংশানুগত হৈ জাতি ভেদৰ সৃষ্টি কৰিলে। প্ৰাকৃতিক গুণ কেনেকুৱা বোপাইত তোমালোকক ভাঙ্গিপাতি বুজাই কলেহে বুজিবা; এতেকে তাক বুজাই কওঁ শুনা।

প্ৰাকৃতিক গুণ মানে আপোনা আপুনি হোৱা গুণ; তাক কোনেও শিকাব নালাগে যেনেকুৱা খোৱা, শোৱা, ভয় কৰা এনেবিলাক গুণ কোনেও শিকাব নালাগে জীৱই আপোনা আপুনি জানে। প্ৰত্যেক মানুহেই একো একোটি প্ৰাকৃতিক গুণ লৈ জন্ম গ্ৰহণ কৰিছে; যেনে কোনো ভাল কবি, কোনো ভাল ৰূপে তত্ত্বজ্ঞ পণ্ডিত, কোনো যুদ্ধবিদ্যাত পাৰ্গত, কোনো শিল্পবিদ্যাত পাৰ্গত কোনো চিত্ৰবিদ্যাত পাৰ্গত কোনো কৃষিত পাৰ্গত কোনো বেহা বেপাৰত পাৰ্গত হোৱা

ইত্যাদি গুণ স্বভাৱে দিয়া সক কালৰ পৰা সন্তান বিলাকৰ গাত থকা লক্ষণ ফুটি ওলায় সেইবিলাক গুণ অনুসাৰে আৰ্য্য ঋষি সকলে বিদ্যা শিক্ষা দিছিল। কাৰ গাত কেনে প্ৰাকৃতিক গুণ আছে, সন্তানটিয়ে কি শিকিবলৈ ভাল পায় তাৰ পৰীক্ষা কৰা অনুষ্ঠানকেই আমি এতিয়া চূড়াকৰণ—লগুণ দিয়ণি পতা বোলো। মোৰ মনত পৰে মোৰ বিদ্যাৰম্ভ চূড়াকৰণ কৰা সময়ত ডলা এখনত পুথি এখন বা এখন, ধান এচিৰা আৰু ৰূপ এটকা থোৱা হৈছিল, দেউতা যজ্ঞত বহি আছিল, পুৰুহিত জনে মোৰ হাতত ধৰি কলে যে সেই ডলাখনত থোৱা বস্তু কেইটাৰ ভিতৰত তুমি নিজ খুছিমতে যিটিকে ভাল পোৱাঁ সেইটিকেই ধৰি দাঙ্গি ধৰাঁ, মই পিছে পুথিখনকে ধৰিলোঁ, সকলোৱে ভাল ভাল বুলি মই পণ্ডিত হম বুলি কব ধৰিলে, কিন্তু মোৰ দুৰ্ভাগ্য সেই অনুসাৰে শিক্ষা পোৱা বাধা পৰা ফলত মুৰ্খ হৈয়ে থাকিলো। কোনটি লৰাৰ গাত স্বাভাৱিক কি গুণ আছে সেই মতে তাক শিক্ষা দিয়াৰ কাৰণেহে পোনতে লৰাটিক চূড়াকৰণ কৰোতে কোন ৰকমৰ শিক্ষা দিলে সি আগলৈ মানুহ হব পাৰিব সেই মতে ঋষিসকলে আশ্ৰমত বিদ্যা শিক্ষা দিছিল। এই কাৰণে আৰ্য্য জাতি পৃথিবীত অতিকৈ প্ৰবল জাতি হৈ উঠিছিল। এতিয়াও ইউৰুপৰ পিনে স্বাভাৱিক ইচ্ছা অনুসাৰে যিটি লৰাই যি বিদ্যা শিকিব খোজে তাকহে শিক্ষা দিয়া হয়। ইউৰুপে প্ৰাচীন আৰ্য্য জাতিৰ নিয়মকে ধৰি যে লৰাক শিক্ষা দিয়ে, সেই পদ্ধতিৰ নমুনা আজি দহ বছৰৰ আগেতে কালিংপুঙলৈ গৈ ইউৰুপিয়ান ছাত্ৰসকলৰ শিক্ষা প্ৰণালী দেখি তথা মানি ভাবিব ধৰিলো, এনে শিক্ষা প্ৰণালী প্ৰাচীন কালত আৰ্য্য ঋষিসকলেহে উলিয়াইছিল, সেই আৰ্য্য সকলৰ শিক্ষা ইউৰুপে গ্ৰহণ কৰিলে, আমি বৰ্ণাশ্ৰম ধৰ্ম্ম পাতি পূৰ্ব্বৰ শিক্ষা নষ্ট কৰিলো আৰু একেবাৰে পাহৰি পেলালো।

## কালিংপুঙত কি দেখিলো?

কালিংপুঙত বুৰি পূৰামান যোৰা এডোখৰ মাটি কেউপিনে ভালকৈ বেৰা দেখা পালোঁ, তাত নানা বিদ্যাৰ স্কুল কলেজ পাতি ইউৰুপিয়ান ছাত্ৰসকলক

বিদ্যা শিক্ষা দিছে।" ভিতৰলৈ গৈ চাওঁ দেখোন কি প্ৰকাণ্ড কাণ্ড! ছাত্ৰ নিবাস-ঘৰ—বৰ্ডিং অনেক; প্ৰায় দুহেজাৰ মান ছাত্ৰ থাকে। শিক্ষক অনেক মুনিহ তিৰোতা দুই বিধ আছে। সৰু সৰু লৰা ছোৱালীৰ তত্বাৱধান লৈ তাক শিক্ষা দিয়া কাৰ্য্য মাতৃসকলৰ হাতত। ডাঙৰ ছোৱালী শিক্ষা দিয়া শিক্ষয়িত্ৰী মাতৃ সকলেইহে। পুৰুষ ছাত্ৰ বয়সীয়া সকলক শিক্ষা দিয়া বিধে বিধে পণ্ডিত আছে। মিস্ত্ৰি কাম, কুমাৰ কাম, কমাৰ চমাৰ আদি কোনো শিল্প বিদ্যা শিকোৱাৰ ত্ৰুটী নাই। এটি দীঘল ঘৰ ভৰা বহু তাঁত শাল আছে; তাত লৰা ছোৱালী তাঁত বৈ উলিয়া কাপোৰহে শিক্ষা হয়। ধৰ্ম্ম নীতি শিক্ষা দিয়াৰ কাৰণে পাদুৰী—মিশ্যনেৰী আছে। পুৱাতে লৰা ছোৱালীয়ে নিজে তৈয়াৰ কৰা চাহ জলপান খাই গিৰ্জ্জা ঘৰত ঈশ্বৰ উপাসনা কৰিহে কৰ্ম্ম শিক্ষা জ্ঞান শিক্ষাত লাগেগৈ। এনে কৰা নিয়ম যে, গৰুখীৱোৱা কামো ছাত্ৰইহে কৰিব পায়, বাচন মলা, কাপোৰ ধোৱা ইত্যাদি সকলো কাম ছাত্ৰইহে কৰিব লাগে, চাকৰক ওচৰ চুকিবলৈকে দিয়া নহয়। এই প্ৰকাৰৰ শিক্ষা হৈছে আগলৈ যেই সেই এটি কাম কৰি মানুহ হোৱাই খোৱা শিক্ষা। আমাৰ ছাত্ৰক বিদ্যা শিক্ষা দিছোঁহক অকল কেৰাণি, মহৰি আৰু উকিল হবলৈ। এই দেশে নিস্তাৰ পায় কেনেকৈ? আগৰ শিক্ষা প্ৰণালী ভালকৈ নপতা দোষ কাৰ? আমি এনেহুৱা মানুহে সকলো বিষয়কে যেন গৱৰ্ণমেণ্টেহে কৰি দিব পায, ভাত কেইটাও যেন গৱৰ্ণমেণ্টে মুখত সুমাই খুৱাই দিব। এনে অসাৰ মানুহৰ চিত্তৰ নাগৰেইহে সাৰ, কৰ্ম্মৰ চিনে একো নাই। আন আন সভ্য দেশত, ধন থকা মানুহে জাতিৰ উন্নত কৰাৰ কাৰণে নানা বিদ্যালয় ধন দি পতে আমাৰ ধনীসকলে অলপ ধনৰ অহঙ্কাৰতেই ফুলি উঠি সজ কামত খৰচ কৰিব নেজানে। এনে দেশে যে জ্ঞানৰ উন্নতি সাধিব পাৰিব অসম্ভৱ কথা। স্বদেশক জ্ঞান বুদ্ধিৰে উন্নত কৰিব নোখোজা মানুহক, যি নিজৰ স্বাৰ্থৰ মাথোন হিচাব ৰাখে, তেনে মানুহকেই অজ্ঞান মানুহ বোলে। ধন সম্পত্তি সদায় কাৰো হাতত একে দৰে নাথাকে, ই চঞ্চল এতেকে যি মানুহ বুদ্ধিমান জ্ঞানী তেওঁ ভাগ্যৱন্ত থকা অৱস্থাত দেশৰ হিত কামত ধন লগাই জীৱন অমৰ কৰি যায়।

সকলো মিছা, সঁচা মথোন সকল কামৰ কীৰ্ত্তি ফেৰি। যদি অসমীয়াই নিজৰ গৌৰৱ বঢ়াই পুণ্যনীত ধন্য অসমীয়া জাতি বুলি চিনাকি দিব খোজাঁ তেন্তে হলে আৰ্য্য গৌৰৱলৈ মন কৰি প্ৰাচীন কালৰ আৰ্য্য জাতিৰ শিক্ষা পদ্ধতি ধৰি অসমত এখন আৰ্য্য মহাবিদ্যালয় পাতোহক আহাঁ। ৰবীন্দ্ৰ ঠাকুৰৰ বোলপুৰ মহাবিদ্যালয়ৰ চানেকিৰেই আমিও এখন মহাবিদ্যালয় পাতিবলৈ দেশে মন কৰিলে একো টান কথা নহব। আমি বোলপুৰৰ চানেকিতকৈও ওখ বিধৰ চানেকি ধৰি এই মহাবিদ্যালয়খন ১০। ১২ বছৰৰ ভিতৰতেই আপোনা আপুনি চলা কৰিব পাৰিবহক। কেনেকৈ পাৰিম তাৰ বুদ্ধি বেপাইত মই দিওঁ শুনা।

যোৰহাটৰ ব্ৰহ্মপুত্ৰৰ কাষত বা শিৱসাগৰৰ দিখৌমুখ ঘাটৰ ওচৰত আমি পোনতে ৪০ পুৰা মান ওখ মাটি লব লাগিব। সেই মাটিত আৰ্য্য আশ্ৰম পাতি পৰম কল্যাণীয় সৰল স্বদেশ প্ৰেমিক গড়মুৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰীযুত গোস্বামী প্ৰভুক বহুৱাই ছাত্ৰশালা পাতিব লাগিব। এই দেশৰ পৰম হিতকৰ কামটিৰ নিমিত্তে পোনতে ছকুৰিমান স্বেচ্ছাসেৱক স্বাৰ্থ বলি দিয়া শিক্ষিত ডেকা লৰা লাগিব। এই সকল ভিক্ষু হৈ ধনবানলোকসকল আৰু গোসাই মহন্তসকলৰ দুৱাৰ মুখে মুখে ঘূৰি ফুৰি দীঘল দীঘলে পৰি থাকি ধন নেপোৱা মানলৈকে মুঠি বধ শপত দি ধন আদায় কৰিব লাগিব। আমি যদি ভাল স্বাস্থ্যকৰ ঠাই চাই আৰ্য্য আশ্ৰম পাতোহক, তাত কালিংপঙৰ দৰে সকলো বিদ্যা শিক্ষা কৰা মহাবিদ্যালয় বা বালক পাতি দেশৰ ডেকালৰাবলাকৰ ভবিষ্যত অন্ন সংস্থান কৰা কথা ভবিষ্যত বংশৰ ভাবিব লগা হব, কিয়নো কোনো এটি কাম কৰি খোৱা বোৱা দুখ গুচাব পাৰিব। আমাক স্বাস্থ্যকৰ ঠাই এডোখৰত দুকুৰি পুৰামান মাটি লাগে, সেই মাটি ছাত্ৰশালা পাতিবলৈ পোনতে ২০০০ মান টকাৰ প্ৰয়োজন; ইয়াৰ পিছত ছাত্ৰ লাহে লাহে গোট খালে শিক্ষৰ দ্বাৰাই পুঁজি জমাব পাৰিম; পোনতে ৪বছৰমান চলাব পাৰিলে আপোনা আপুনি আশ্ৰমৰ নানা বিদ্যা শিক্ষালয় চলি থাকিব, বোপাইত মনেৰে ধৰঁ, যদি সেই মাটিত কুৰি হাজাৰ জোপা তামোলৰ গছ লগোৱা হয়, গছ জোপাই পাত এটকাকে ধৰিলেও কুৰি হেজাৰ টকা হব। দহ

হেজাৰ মান যদি নাৰিকল গছ বোৱা হয়, জোপাই প্ৰতি কমকৈ ৩ টকা ধৰি ধৰিলেও ত্ৰিশ হেজাৰ টকা হব। তামোল গছ নাৰিকল গছৰ পুলিত ছাঁ-পৰকৈ যদি কল গছ লগোৱা হয়, কুঁহিয়াৰ লগোৱা হয়, পোনতে কলে কুঁহিয়াৰেই ছাত্ৰ সকলৰ খোৱা খৰচ চলাব। এই বিদ্যালয়ত কাম কৰিবলৈ কিছুমান গ্ৰেজুৱেট অৰ্থাৎ বি, এ, এম, এ মকলাত উঠা যুৱকৰ প্ৰয়োজন হব। তেখেতসকলেও গোটে ভাতে খাই দৰমহাৰ স্বাৰ্থত্যাগ, পুঁজি ভাল দৰ কৰিব নোৱাৰাকৈ কৰিব লাগিব। এই পঢ়াশালীত ইংৰাজী, সংস্কৃত, হিন্দি, উৰ্দ্দু, আৰবি, পাৰ্চি শিক্ষা দিয়াত একো বাধা নেথাকিব। মুচলমান সকলো আৰ্য্যজাতি, গুৰিত হিন্দু মচলমান একে গোত্ৰ আৰু বংশৰ যে তাৰ কোনো ভুল নাই। এই বিদ্যালয়ে ভাৰতৰ সকলো মানুহকেই আৰ্য্য পাতি লোৱা উদ্দেশ্য সিদ্ধ কৰিব লাগিব। আৰ্য্য মানে ভদ্ৰ বা সভ্য বুজায়। এই কথাৰ প্ৰমাণ ৰাম বনলৈ যাওঁতে ৰজা দশৰথে কৈকেয়ীক দুখেৰে গালি পাৰি অনাৰ্য্যে—অভদ্ৰে বুলিছিল, যথা "মৃতে ময়ি গতে পুত্ৰে বনং মনুজ পুঙ্গবে হন্তানাৰ্য্যে মম মিত্ৰে সকামা সুখিনী ভব" ইত্যাদি। এই বাক্যয়েই প্ৰমাণ কৰে, যি মানুহেই সভ্য যি মানুহেই ভদ্ৰ সেইয়েই আৰ্য্য। এতিয়া আমি আৰ্য্য অনাৰ্য্য বিচাৰ নকৰি নগা ডফলা সকলোকে আৰ্য্য শ্ৰেণী ভুক্ত কৰাৰ প্ৰধান উপায় হৈছে জ্ঞান শিক্ষা, ধৰ্ম্ম শিক্ষা, কৰ্ম্ম শিক্ষা। পেটত ভাত গাত কাপোৰ নাহে একো শিক্ষা নহয়; এতেকে পোনতে নানা কৰ্ম্ম শিক্ষাৰ লগে লগে লেখা পঢ়া শিক্ষা, জ্ঞান শিক্ষা হব লাগে। জ্ঞান শিক্ষাৰ প্ৰথম ছোৱা হৈছে নীতিশিক্ষা; নীতিশাস্ত্ৰ অঙ্কশাস্ত্ৰৰ দৰে গোটেই জগতৰ মানুহৰ একেখন। কৰ্ম্ম নানা বিধৰ মূলত কৃষি, কৃষিয়েই জীৱন। বেহা-বেপাৰ ধন উপাৰ্জ্জন খেতিৰ পৰাহে হয়। এই কাৰণে আশ্ৰম শিক্ষালয়ত সকলোৰ জাত অজাত বাচবিচাৰ নৰখাকৈ পোনতে সকলো ছাত্ৰই হাল বাবলৈ কোৰ ধৰিবলৈ শিকিব লাগিব; তাৰ পিচত কৃষি বিদ্যা, শিক্ষকে শিকোৱা মতে খেতি কৰিবলৈ জানিব লাগিব। কৃষি বিদ্যা নিশিকিলে যেনেকৈ সভ্য জগতৰ আগি ধৰি খেতি কৰিব নোৱাৰি, তেনেকৈ বাণিজ্য বেহা-বেপাৰ কৰিবলৈকো ভালকৈ শিকিব লাগিব। এনে শিক্ষাৰ অভাৱতেই বৰ্ত্তমান

মৰমৰ লৰাহঁত আমি একেবাৰে তললৈ গৈছোঁ আমাৰ সাকৰা মাটিত খেতি কৰি বিদেশী ধনী হৈছে, আমাৰ দেশতে বেহা-বেপাৰ কৰি বিদেশীয়ে ধন চুচি আমাক টোকোনা কৰি পেলাইছে ; এই কাৰণে ভবিষ্যতৰ আশা ভৰসা মোৰ মৰমৰ সোণাইহঁত আমাৰ দেশৰ মানুহঁক জগাই তুলি আশ্ৰম বিদ্যালয়খন মই কোৱা মতে পাতি দেশক উজ্জ্বল কৰা হক। আজিলৈ ইমানতে কাপ বাঠি বন্ধ কৰিলোঁ। যদি দেশে মোৰ কথা শুনি কাম কৰিবলৈ আলচ এৰা দেখা পাওঁ তেন্তে "আমাৰ দেশ"লৈ প্ৰবন্ধ পঠাই থাকিম। হে দয়াময় হৰি মোৰ আশা যেন সিদ্ধ কৰা। হৰি ওঁ।



## জ্ঞানহীন বুদ্ধি

[ ডাঃ মহানন্দ বৰুৱা সাহিত্যভূষণ ]

( বিলিংচ্ )

নাল নাইকিয়া খুৰ হয় যেনেকুৱা,
জ্ঞানহীন বুদ্ধি ঠিক হয় তেনেকুৱা।






( শ্ৰীযুত আনন্দচন্দ্ৰ বৰুৱা )

( বাণী-সন্মেলনৰ শ্ৰীপঞ্চমী অধিবেশনত অভিনীত হৈ যোৱা। )

ৰূপক-নাটিকা :—

## সুত্ৰধাৰী সোমাই আহে।

হে সভাসদসকল, প্ৰথমে আপোনাসৱক প্ৰণাম কৰিছোঁ। আজি বসন্ত-পঞ্চমীৰ এই পুণ্য সন্ধ্যাত আপোনাসৱৰ মনোৰঞ্জন কৰিবলৈ এটি সুৰৰ কঙালে "কপৌ-কুঁৱৰী" নামে এই ৰূপক-নাটিকাখনি ৰঙ্গ-মঞ্চত তুলিছে। তাৰে সূত্ৰধাৰ ভাৰটি পৰিছে আমাৰ গাত। আপোনাসৱ ৰসগ্ৰাহী। ৰস গ্ৰহণ কৰিবলৈ হলে একান্তভাবে মনোনিবেশ কৰিব লাগে। হে সুধীসকল, কাণ দিয়ক—কাণ দিয়ক। হৃদয়ৰ কথা কবলৈ নাট্যকাৰ ব্যাকুল। সহৃদয় মানুহৰ ওচৰত মানুহে কান্দে সান্ত্বনা পাবলৈ। শুনক, শুনক, আজিৰ এই উৎসৱৰ আয়োজন কৰিছে জগতত যি সকল অতি নিমাখিত, যাক কোনেও আদৰ নকৰে সেই সকলে। কুলি কেতেকীৰ প্ৰৱঞ্চনাত আৰু ভোল নাযাব। শুনক, শুনক, আজিৰ প্ৰভাতী সুৰ গাইছে জগতত যি অতি নির্য্যাতিত, ঘৃণিত—সেই ঢোঁৰা কাউৰীয়ে। অ' এয়া পালেহি হয়েই—

( নাট লৈ সূত্ৰধাৰ বহে। )

( গাই গাই এহাল ঢোঁৰা-কাউৰীৰ প্ৰবেশ )।

## গীত—

পুহাইল ৰজনী উঠা নীলমণি
নিশি পৰভাত হৈল হে।
বনৰে হৰিণা বনতে লুকালে
পশু দশোদিশে গৈল হে॥

সূত্ৰ :—তাকে শুনি কপৌ-কুৱঁৰী আহি যি কয়—

( উকলি দি কপৌ-কুৱঁৰি সোমাই আহে )।

কপৌ :—হেৰাঁ, তোমালোকক দেখি আজি কেনেখোন মোৰ বৰ মৰম লাগিল। তোমালোকে যেন আজিহে প্ৰথমে গীত গালাঁ।

ঢোঁৰা-কাউৰী :—হেঃ! এতিয়া তাকে শুনাইছা? আমি যে ইমানবোৰ ক'লা ৰাতিৰ সপোন ভাঙি আশাত কলঢোক্ কলঢোক্ কৰি থকা মানুহবোৰক জগাই দিলোঁ তাৰ পুৰস্কাৰ পাইছোঁ—শাও-গৰিহনা, চপৰা দলি বাটলুগুটি আৰু বন্দুকৰ ছেৰা গুলিবোৰহে হ'বলা? মানুহবোৰৰ যে হিয়া ঐ!

কপৌ :— বাইটি, তুমি যে ভিতৰি ইমান বগা আজিহে গম পাইছোঁ। আই ঐ দেহি, তোমাকো মানুহে এনে অত্যাচাৰ কৰেনে?

কাউৰী :— কৈছোঁহে আৰৌ!

কপৌ :— এৰা নৰৱাঁ—নৰৱাঁ—মানুহৰ হিয়া নাই ঐ—হিয়া নাই। আইটি মোৰ কি দশা কৰিলে ক'ব পাৰানে?

কাউৰী :— তুমিনো মোক সুধিব লাগিছেনে? মই জানো তোমাৰ গাৰ নোম শিয়ঁৰা কমনিটো শুনা নাই? সেইটো হ'বলা তোমাৰ আনন্দ জোঁকাৰ। হুঃ!— ( কাউৰী যায় গৈ। )

গীত—

কপৌ :— অমিয়াৰ জোলেৰে নাৱকে তৰালোঁ।
গীতেৰে সাজিলোঁ চৈ
সুৰৰ সাগৰতে নাও মেলিছিলোঁ।
সপোনৰ বাতৰি কৈ।
মৰমৰ বঠাৰে সাগৰ ভাঙিছিলা।
কঁপনিত নাচিছিল ঢৌ,
তুমিনো নাছিলা কি মোৰ সখী ঐ,
ওঁঠত সৰিছিলে মৌ।
এনা বতাহতে গছৰ পাতে পাতে
কোনেনো কান্দিছে ঐ,
সুৰৰ কোৰঁৰইতে জুৰ বৰষিছে
বিৰহৰ বাতৰি কৈ।

সূত্ৰ :—হে সভাসদসকল, সাৱধান! সাৱধান! এইবাৰ স্বয়ং ঋতুৰাজ বসন্ত আহিছে।

( বসন্ত সোমাই অহাৰ লগে লগে পুষ্প বৃষ্টি হয়। )

বসন্ত :— কপৌ কুৰঁৰী, কপৌ কুৰঁৰী, কি বেজাৰ, কাৰ কথা সুৰঁৰি মোৰ পিনে পুহৰি পুহৰ হওঁতে নৌ হওঁতেই জগতখন এনেকৈ শিয়ঁৰাই তুলিলা?

( লতা-পাতৰ সিংহাসনত বসন্ত বহে। )

কপৌ :— ( নাচি-গাই, বিহুনামৰ সুৰ )
নামি আহে দেৱতা মোৰ
চৰণ ধুৱাওঁ,
গিতে-গীতে কাহিনীতে
আজিহে মিলাওঁ।

( নাচি নাচি কপৌ-কুঁৱৰী বসন্তৰ ভৰিত পৰে।)

সূত্ৰ :— এনেতে ফুল-কোৰঁৰ আহি সেৱা জনায়।

## গীত—

ফুল-কোৰঁৰ :— ফুলৰ কোৰঁৰ আহিছো আজি

ভুলৰ মাতৰি বিলাওঁ বুলি,

বড়াই কৰি হেকৱালোঁ

তোমাৰ বাটৰ মাণিক ধূলি।

লোৰঁাছে মোৰ বেঘাৰ মিহিৰ,

লোৰঁা ফুলক তুলি—

"তুমি, আহঁা, আহঁা" সুৰত কান্দি

থাকোঁ সদাই যুলি।

( বসন্তৰ ভৰিত ফুলৰ মালা এধাৰ দি পৰি যায়।)

সূত্ৰ :— এইবাৰ সু-বৰ্ণী সখিয়তী আহিছে। শুনক, শুনক—

## নৃত্যগীত।

সখিয়তী :— সখিয়তী সখী পাতোঁ

সখী বুলি মৱে মাতোঁ।

সখী বুলি আজি সখী

তোমাকে মোৰ দুহাত পাতোঁ॥

( বসন্তক বেৰি লৈ বহে।)

সূত্ৰ :— এই লৈছে ঘাই বন্ধু হেঁটুলুকা—

## নৃত্য-গীত।

হৈঁটু :— কি চৰাই মাতিলে হেঁটুলুক্, হেঁটুলুক্,
টুবুকি লতাৰে ত-লত,
কৰ্চ্চন, কণুৱা ববগ, চিলণী,
পৰিলে পথাৰৰ দ-লত।
ভই হেঁটুলুকা সেতু বিচাৰিলি
হেঁটুলুক্ হেঁটুলুক্ জ-লত,
জলত জলেগলাই
থ'দত চিৰেবিৰাই
হেঁটুলুক্ পৰিল তলত॥

( বসন্তৰ আগত দীঘল দি পৰে। )

সূত্ৰ :— বসন্তৰ উৎসৱ দেখি গৰখীয়া লৰাইতে যি গায়—

( হাত চাপৰি বজাই বজাই এজাক গৰখীয়া লৰাই গায়। )

গীত—

চুৰ্ চুৰ্ চুৰাই ৰাই
সুৰবোৰ নিদিচিৰি অনাই বনাই—
চুৰ্ চুৰ্ চুৰাই ৰাই!
গছে পাতে মাত মাতে তৰণীক নাই
গুণ্ গুণ্ গান্ গান্ ভোঁ ভোঁ, গাই
সুফুৰিৰি অনাই বনাই।
নেমেলিবি জুইবোৰ বৰি ঠাই ঠাই,
চুৰ্ চুৰ্ চুৰাই ৰাই! ( বসন্তক বেৰি লয় )

সূত্ৰ :— এইবাৰ মধু-চোৰ ভ্ৰমৰ—

(গীত গাই গাই ভোমোৰা লৰি আহে।)

গীত—

ভোমোৰা :— ('মোৰে প্ৰাণ কমলাপতি'—সুৰ)

মোৰে প্ৰাণ,

মোৰে গান্

মোৰে মমৰ

মধু সন্নিধান—

গীত—

গৰখীয়াহঁত :— চোৰ্। চোৰ্। মাৰ্! মাৰ্।

ধৰ্। ধৰ্!

চোৰ ধৰ মাৰ চোৰ ধৰ মাৰ

মাৰ্। মাৰ্! (ভোমোৰা পলাই পত্ৰং দিয়ে)

বসন্ত :— (বসন্তই হাঁহে, গোলাপ সৰি পৰে।)

গাজল।

মাঘৰ মধু মনত আজি বনৰ বতাহ বিলাওঁ হিয়া,

উঠা ৰতি মধুমতি তোমাৰ পৰশ বুলাই দিয়াঁ।

ভুলাই দিয়াঁ ফুলাম ধৰা,

জুলাই দিয়াঁ মৰম তৰা—

তোমাৰ বুলি লোৰা তুলি, তোমাৰ বুলি নিয়াঁ নিয়াঁ।

সূত্ৰ :— এতিয়া বসন্তক ঋতুৰাজ বুলি অভিষেক কৰিব লাগিব। চাওক,— ধুখুনা বুঢ়ী জেটুলিপকাই কাঁইটীয়া মুকুট লৈ আহিছে। বাণ দিয়ক—

জেটুলি :— (হাতত জেটুলিপকাৰ মুকুট লৈ গাই গাই আহে।)

## গীত—

(কঁপাই) থৰক্ ৰৰক্ কঁপিছে হাত্।

কঁপিছে হাত্॥

বাপাৰ শিৰত কীৰিটি পৰক

মাতিৰি মাতিৰি মাত॥

(বসন্ত ঠিয় হৈ মূৰ দোঁৱাই, জেটুলিয়ে কীৰিটি পিন্ধায়। ভিতৰত কপৌ-বোৰে উৰুলি দিবলৈ ধৰে। পুষ্প-বৃষ্টি হয়। ধীৰ-গম্ভীৰ সুৰেৰে গৰখীয়াহঁতে গালে)—

জয়! জয়!

**সূত্ৰ :—** এতিয়া অৰুণৰ প্ৰৱেশ—

**অৰুণ :—** (গীত গাই গাই সোমাই আহে।)

(ভাটিয়ালী।)

ময়ো ৰঙ্গা ফোঁটো ৰঙ্গা

ৰঙ্গা ব'দৰ চিন।

ৰঙ্গা ৰঙ্গা অনুৰাগৰ

আজি ৰঙ্গা দিন॥

(অৰুণৰ হাতত থকা খুৰীবাটিটোৰ পৰা এটা ৰঙ্গা ফোঁট বসন্তৰ কপালত দিয়ে আৰু তাতে এটা চুমা খাই অৰুণ গুচি যায়। তেতিয়া গোটেই খন ৰঙ্গা হৈ পৰে।)

**সূত্ৰ :—** এতিয়া সুৰদাসৰ প্ৰাণত কি বাজিছে শুনক—

(দুহাতে দুটি ধূনাৰ পাত্ৰ আৰু গন্ধ-পুষ্প লৈ দুটি কুমাৰী, মাজতে সুৰদাস। সুৰদাসৰ হাতত শান্তি জল আৰু পুষ্প-পাত্ৰ।)

গীত—

সুৰদাস :— বিবিধ উপচাৰ
বিবিধ ৰূপ,
বিল্বপত্ৰ, বিমল গন্ধ,
সুৰভি ধূপ !

( কুমাৰী ছটিয়ে বসন্তৰ আগত ধুনাৰ পাত্ৰ ছটি থয় আৰু ধূপ দিয়ে। সুৰদাসে পাত্তেৰে সৈতে এটি শ্ৰীফল বসন্তক দিয়ে। বসন্তই হাত পাতি লয়। )

গীত—

কুমাৰীদুটি :— ধূপে দীপে গন্ধে পুষ্পে
উৎসব কৰোঁ।
মন্ত্ৰে মন্ত্ৰে মধু ছন্দে
মৰম কৰোঁ॥ ( আবত্তি কৰে )

সুৰদাস :— ওঁ মধুৱাতা ঋতায়তে মধুক্ষৰন্তি সিন্ধৱঃ
ওঁ মধু। ওঁ মধু। ওঁ মধু।
( শান্তিজল ছটিয়াই দিয়ে। )

কপৌ-কুৱঁৰী :— দেৱতা, মোৰ দেৱতা, এতিয়াহে মোৰ প্ৰাণলৈ শান্তি আহিছে। মোৰ সেৱাৰ বস্তুটি বধ কৰি নিঠুৰ ব্যাধে ভাবিছিল সি মোক এই উৎসৱৰ পৰাও বঞ্চিত কৰিব। হাঁয়! হাঁয়! নিঠুৰ ঐ, তুমি যে মোক ইমান ভাল পাইছা? এই গীত, এই ছবি, এই ধূপ-দীপ, গন্ধ-পুষ্প—এইবোৰ দেখোন তেনেই আছে?

বসন্ত :— কপৌ-কুৱঁৰী, কপৌ-কুৱঁৰী, যি নিঠুৰ ব্যাধে তোমাৰ বুকু ছিৰি জোনবিৰি ধাৰ কাঢ়ি নিছিল তেৱেঁই প্ৰতিপদৰ পৰা পূৰ্ণিমালৈ আৰু পূৰ্ণিমাৰ পৰা আঁউসীলৈকে কান্দি কান্দি এই শ্ৰীফলটি

আজি তোমালৈ দি পঠিয়াইছে। হোৱাঁ,—ইয়াৰ অধিকাৰিণী তুমিহে কুৰঁৰী।

( কপৌ কুৰঁৰীয়ে আঠু লৈ হাত পাতে. বসন্তই শ্ৰীফল দিয়ে। )

সুৰদাস :—( আবৃত্তি ) নালাগে মাণিক, নালাগে মুকুতা,

সুৰৰ কঙাল মই।

জুৰ্ জুৰ্ কৈ সুৰ ধৰি থকা

দুৰ দুৰণীৰ বুকু ভগা কথা

আজিহে সুৰত বয়।

সুৰৰ বিধৰা কপৌ-কুৰঁৰী,

সুৰ-কোৱঁৰক সদাই সুঁৱৰি

আজি সমাৰোহ আনিলা ইমান

চৰণ ধুৱাই যাৰ—

বসন্ত তেৱেঁই অনন্ত কালৰ,

বিশ্ব-বীণাৰ তাঁৰ।

সেই চৰণতে ঢালি দিওঁ মোৰ

মনৰ মৰম লতা ফুলবোৰ,

নতশিৰ হৈ

তাতে ভোল গৈ

গাওঁ তাৰে জয়—

নালাগে মাণিক, নালাগে মুকুতা

সুৰৰ কঙাল মই।

( বসন্তৰ ভৰিত ফুল ঢালি দি সেৱা কৰি গুচি যায় )

সুত্ৰ :— এতিয়া ফুলহঁত লৰি আহে—

( কোচে কোচে ফুল লৈ নাৰ্জ্জী, ইন্দ্ৰমালতী কাঞ্চন আদি ফুলবোৰ লৰি আহি বসন্তক বেৰি লৈ গাই গাই ফুল মাৰে। )

## গীত—

( ববম্ ববম্ বম্—সুৰ )

ফুলইঁত :— ফুলৰ বান, ফুলৰ বান, ফুলকে মাৰ

ফুলকে মাৰ।

ফুলেৰে কৰি দে আহুৰি গাৰ ॥ ( ফুল মাৰে )

গৰখীয়া :— (লেহেৰিয়াই) অ' ফুল, অ' ফুল, সুফুল কিয় ?

সুফুল কিয় !

আজি যে আহিছে পৰাণৰ প্ৰিয় ॥ (বসন্তৰ আগত পৰি যায়)

চৰাইবোৰ :— চৰায়ে ছিঙিলে চানেকিৰ সুৰ।

চানেকিৰ সুৰ ॥

কপৌৰে কুৰুঁৱী কৰি দে জুৰ ॥ ( বসন্তক সেৱা বৰে )

( কপৌয়ে উকলি দিবলৈ ধৰে। বসন্তই সিংহাসনৰ পৰা নামি কপৌ-কুৰুঁৱীক হুৰুৱাই দিয়ে )

বসন্ত : — কপৌ-কুৰুঁৱী, তুমি অনন্ত কালৰ বুকু কঁপাই মোৰ বিজয় ঘোষণা কৰি থাকিবা। মই আহিলোঁ।

## ( মাজতে আৰ-কাপোৰ পৰে )

সূ০ :— হে সভাসদসকল, বিধৱা কপৌ কুৰুঁৱা অনন্ত কালৰ বাণী হ'ল—ঋতুৰাজও বিদায় খুজিলে। আমিও সেৱা জনালোঁ।

—শেষ—



# লীগ অৱ নেচন বা জাতিসঙ্ঘ

( শ্ৰীযুত শচীনচন্দ্ৰ দাস । )

খৃঃ ১৯১৪ চনৰ আগষ্ট মাহৰ পৰা ১৯১৮ চনৰ নৱেম্বৰলৈ ইউৰোপত এখন বৰ ডাঙৰ যুদ্ধ লাগিছিল। যুদ্ধৰ আগতে নতুনকৈ আবিষ্কৰ কৰা নানাবিধ যান-যন্ত্ৰৰ ব্যৱহাৰ ভালকৈ জনাত, সেইবোৰৰ সহায়েৰে জল-স্থল-শূন্যত আৰু পৃথিবীৰ নানা ঠাইত যুদ্ধ চলিছিল। পৃথিবীৰ প্ৰায়বোৰ জাতিয়েই যেই সেই একালে যোগ দিছিল। ইমান ডাঙৰ যুদ্ধৰ বিবৰণ পৃথিবীৰ কোনো বুৰঞ্জীতে পোৱা নাযায়। যুদ্ধত মৰা আৰু আঘাত পোৱা সেন্যৰ সংখ্যা তিনি কোটিতকৈও বেচি। সেই কাৰণে এইখন যুদ্ধক মহাসমৰ বোলে।

ইয়াৰ ফলত যিবোৰ দুৰ্ঘটনা হল তাক কৈ অন্ত কৰিব নোৱাৰি। অনাহকত অসংখ্য ধন খৰচ, লখে লখে সৈন্যৰ মৃত্যু আৰু বহুত নগৰ ধ্বংস হল। বেহা-বেপাৰ কমাত দেশত হাহাকাৰ লাগিল। আৰু দেখা গল যে, আজি-কালি পৃথিবীৰ কোনো অংশত যুদ্ধ লাগিলে তাৰ ফল যুদ্ধত লিপ্ত নথকা জাতিবোৰেও ভোগ কৰা লাগে। জাপানত যুদ্ধ লাগিলে—জাপানৰ পৰা আমাৰ দেশলৈ অহা বস্তুৰ দাম বেচি হ'ব; আৰু সেইবোৰ বস্তু বেচি দাম দি কিনিবলৈ হলে আমাৰ চুকে কোণে থকা মাছ-শাক বেচা দোকানী পোহাৰী বিলাকেও শাক আদিত বেচি দাম লবলৈ বাধ্য হব। আজিকালি পৃথিবী-ব্যাপি বেপাৰ বাণিজ্য চলাত কোনো এঠাইত যুদ্ধ লাগিলেই, তাৰ ফল যে সকলোৱে ভোগ কৰিব লাগিব ই নিশ্চয়।

যুদ্ধৰ এইবোৰ বিষময় পৰিণাম দেখি মহাসমৰৰ অন্তত পৃথিবীৰ ৰাজনৈতিক পুৰুষসকলে যুক্তৰাজ্যৰ সভাপতি "উইড্ৰোউইলচনৰ" সভাপতিত্বত ভবিষ্যতে যুদ্ধ নহবলৈ ভাবিবলৈ ধৰিলে। তাৰ ফলতে জাতি-সঙ্ঘ স্থাপিত হল।





যিবিলাক স্বাধীন জাতি, স্বায়ত্ত-শাসন পোৱা জাতি, আৰু মহাসমৰৰ অন্তত হোৱা ভাৰ্চাইলৰ সন্ধি পত্ৰত যিবিলাক জাতিৰ চহী আছিল সেইবোৰ জাতি-সঙ্ঘৰ মেম্বৰ হব পাৰে। সন্ধি পত্ৰত আমাৰ দেশৰ বিকানীৰৰ মহাৰাজাৰ চহী আছিল। সেই সূত্ৰেই ভাৰতবৰ্ষ—জাতি-সঙ্ঘৰ অন্তৰ্ভুক্ত হব পাৰিছে।

প্ৰথমে জাতি-সঙ্ঘ ৪২ টা জাতিৰে আৰম্ভ হয়। বৰ্ত্তমান—পৃথিবীৰ প্ৰধান প্ৰধান ৬৪ টা জাতিয়ে যোগ দিছে। এওঁবিলাকে প্ৰত্যেকেই চুক্তি পত্ৰত চহী কৰিছে। চুক্তি পত্ৰখনক "কোভনেণ্ট" বোলে। চুক্তি পত্ৰখনৰ বিশেষকৈ প্ৰধান উদ্দেশ্য দুটা। প্ৰথম, পৃথিবীৰ পৰা যুদ্ধ আঁতৰোৱা আৰু সেই উদ্দেশ্যে প্ৰত্যেক জাতিয়ে যুদ্ধৰ আহিলা-পাতি কমোৱা। দ্বিতীয়—পৃথিবীৰ জাতিবোৰৰ মাজত শান্তি-পূৰ্ণ সহযোগ বঢ়াই মানৱ জাতিৰ মাজত ভাই ভাই সম্বন্ধ স্থাপিত কৰা।

জাতি-সঙ্ঘৰ প্ৰত্যেক মেম্বৰেই প্ৰতিজ্ঞা কৰিছে যে, যদি কোনো দুটা জাতিৰ মাজত বিবাদ আৰম্ভ হয়, তেনেহলে যুদ্ধ কৰাৰ আগতে যাতে শান্তিপূৰ্ণ ভাবে বিবাদ মীমাংসা হব পাৰে তাৰ বাবে জাতি সঙ্ঘত জনাব। সকলো জাতিয়ে যুদ্ধৰ সঁজুলি আৰু সৈন্য বঢ়াব লাগিলে জাতি-সঙ্ঘৰ অনুমতি লব লাগিব। যিবোৰ বিষয়ত কেইবাটা জাতিৰো স্বাৰ্থ থাকে, তেনেবোৰ বিষয়ত প্ৰত্যেক জাতিয়েই সঙ্ঘৰ সিদ্ধান্ত মতেহে কাম কৰিব পাৰিব।

আগাযে কোনো দুজাতিৰ বিবাদ লাগিলে, মীমাংসা কৰিবলৈ তৃতীয় পক্ষ নাছিল। তাৰ ফলত পৃথিবীত যুদ্ধ বিগ্ৰহৰ দ্বাৰা তেজৰ সোঁত বৈছিল। জাতি-সঙ্ঘ হবৰ পৰা প্ৰত্যেক জাতিয়ে মীমাংসা কৰিবলৈ স্থায়ী বিচাৰালয় পাইছে ইতি-মধ্যে বিবাদ হোৱা কেইবাটাও জাতিয়ে মীমাংসাৰ গুণত বহুত সুফল পাইছে। বিশেষকৈ দুৰ্ব্বল জাতিবোৰে জাতি-সঙ্ঘ হবৰ পৰা অনেক সুবিধা পাইছে।

জাতি-সঙ্ঘলৈ তাৰ অন্তৰ্ভুক্ত প্ৰত্যেক জাতিৰ পৰা তিনিজনকৈ প্ৰতিনিধি পঠায়। ভাৰতবৰ্ষৰ পৰাও তিনিজন প্ৰতিনিধি পঠোৱা হয়। প্ৰত্যেক জাতিৰ পৰা বছৰে বছৰে নিৰ্দ্দিষ্ট পৰিমানৰ টকা সঙ্ঘলৈ দিব লাগে। ভাৰতবৰ্ষই আটাইতকৈ বেচি দিয়ে।

চুইজাৰলেণ্ডৰ জেনেভা নগৰত চেপ্তেম্বৰ মাহত প্ৰত্যেক বছৰে একোবাৰকৈ জাতি-সঙ্ঘৰ অধিবেশন বহে। প্ৰায় এমাহমান সভা বহি থাকে তাত দৰকাৰী কথাবোৰ আলোচনা কৰে। হঠাতে কোনো কথাৰ মীমাংসা কৰিব লাগিলে প্ৰত্যেক জাতিৰ পৰা প্ৰতিনিধি পঠাই সঙ্ঘৰ অধিবেশন পতা অসম্ভৱ। সেই কাৰণে আকস্মিক কথাৰ সমাধান কৰিবলৈ কাউন্সিল নামে সঙ্ঘৰ এখন সভা আছে। এই সভা আৱশ্যক মতে বছৰত [illegible] বাৰো বহি সঙ্ঘৰ কাম কৰিব পাৰে।

হলেণ্ডৰ হেগ নগৰত সঙ্ঘৰ এখন স্থায়ী আইন আদালত আছে। এই আদালতত বেলেগ বেলেগ জাতিৰ পৰা বাচনি কৰা ১ জন স্থায়ী বিচাৰক আছে। এওঁবিলাকে সকলোবিলাক আন্তৰ্জাতিক বিশৃঙ্খলাৰ মীমাংসা কৰে।

জেনেভা নগৰত লেবৰ অফিচ নামে আৰু এটা অফিচ আছে। ইয়াত পৃথিবীৰ সকলো দেশৰ শ্ৰমজীৱী বিলাকৰ পৰিশ্ৰমৰ মাত্ৰা কমাবলৈ ঠিক কৰিছে। কোনোৱে বনুৱাবোৰৰ দ্বাৰা অতিৰিক্ত সময় কাম কৰাব নোৱাৰিব, বেমাৰী আৰু কামৰ অনুপযুক্ত লৰা বা তিৰোতাৰ দ্বাৰা কাম কৰাব নোৱাৰিব। পৃথিৱীৰ কেইবা-খনো দেশত এই বিষয়ে যথেষ্ট উন্নতি হৈছেই।

এইবোৰৰ বাহিৰেও স্বাস্থ্য, শিক্ষা, বিজ্ঞান, চিকিৎসা বিজ্ঞান বেহাবেপাৰ আৰু কানি আদি মাদক দ্ৰব্য কমোৱা জনহিতকৰ কাৰ্য্য পৰিচালনা কৰিবৰ নিমিত্তে জাতিসঙ্ঘৰ আৰু বহুতমান কমিটি আছে। [illegible] কমিটিবোৰৰ সৰ্ব্বসাধাৰণৰ উপকাৰৰ নিমিত্তে সদায় চেষ্টা কৰি [illegible] মানৱীয়া [illegible] কমিটি আছি ভাৰতৰ পৰা গৈছে। [illegible] কৰা যায় [illegible] উপযুক্ত সুবিধা [illegible]

জাতি-সঙ্ঘৰ আদৰ্শ [illegible]। এই মহান [illegible] হলে জগতৰ সভ্যতা [illegible]।

# মৌ-দোকানী

( ডাক্তৰ মহানন্দ বৰুৱা সাহিত্যভূষণ )

এজন দোকানী আছিল। তেওঁৰ মুখখনি আছিল বৰ মিঠা আৰু হাঁহি ভৰা। এই কাৰণে আটায়ে তেওঁক ভাল পাইছিল। তেওঁৰ পেচা আছিল মৌ বেচা। কুঁহিয়াৰৰ চাৰিও পিনে মাখিয়ে ভেনভেনোৱাৰ দৰে মানুহবোৰ তেওঁৰ দোকানত জাক-জুম পাতি আছিল। তেওঁ আছিল ইমান সংৰবহা!

এটা আপচু, কুঞ্চচ মানুহৰ তাকে দেখি খিয়াল লাগিল। হিংসাৰ জুয়ে তাক ডেই পুৰি মাৰিবলৈ ধৰিলে। কেনেকৈ দোকানীৰ সৰ্ব্বনাশ কৰিব তাৰ সেয়ে চিন্তা আছিল। এদিন সি গোটোং কঁাহী এখনত মৌ ভৰাই বেচিবলৈ নিলে। বাটে বাটে মৌ বেচিবলৈ নিলে কি হব, সি যে গোমেৰামুৱা আৰু তাৰ যে মুখত সনুল হাঁহি নাই! 'মৌ লবানে? মৌ লবানে?' বুলি সি ওৰে বাটে চিঞৰি ফুৰিলে হয়, কিন্তু তাৰ মৌ কিনি খাওঁতা কেও নোলাল। মুনিচুনি বেলিকা, সি মৌ বেচি ফুটা কড়ি এটাও নাপাই, মন মাৰি এচুকত বহি আছে, এনেতে ওচৰ চুবুৰীয়া মানুহজনৰ হিবোভাগৰাকীয়ে সেই পেংলাই কৰি কলে, "যাৰ মুখ মিঠা নহয় তাৰ মৌও তিতা।"

যি চকু পোন্দোৱাকৈ চায় আৰু যাৰ মুখত হাঁহিৰ লেশমানো নাই তাৰ মজিয়াত বহি থোৱাও অন্যায়।

তোমাৰ পিঠিৰ বোজা নবঢাবাঁ: কাৰণ বেয়া স্বভাবে মানুহৰ সৰ্ব্বনাশ কৰে।

* চেখ চাদীৰ 'বুস্তাৰ' ভাঙনীৰ পৰা



# চুটি সাধু কথা



( শ্ৰীযুতা শান্তিপ্ৰভা হাতীবৰুৱানী । )

গাওঁবুঢ়া এব চহকী মানুহ, ধন জনে পৰিপূৰ্ণ। তেওঁৰ চাৰিটি পুতেক, গাওঁবুঢ়া ও তেওঁৰ ঘৈণীয়েক। গাওঁবুঢ়ানী অতি কৃপণ আছিল, পৰাপক্ষত এসাজ নেখায়ো টকা পইচা সাচিবলৈ চায়। বাৰীত আম, কঠাল লেটেকু পনিয়ল ইত্যাদি শস্যেৰে বাৰী ভৰা, বাৰীৰ আম কঠাল পকি সৰি লয় পায়, তেও এটিও কাকো পাৰি খাবলৈ নিদিয়ে। এনেকৈ কিছুদিন যোৱাৰ পিচত গাওঁবুঢ়া আৰু লৰা তিনিটি ঢুকাল। গাওঁবুঢ়ানী আৰু এটি লৰা মাত্ৰ সেই ঘৰত থাকিল। গাওঁবুঢ়া ঢুকুৱাৰ পাচত সকলো ভাৰ বুঢ়ীৰ মূৰত পৰিল। বুঢ়ী বুঢ়াতকৈয়ো একাঠি চৰা আছিল। বনৰ চৰাইও এটিকো পনিয়ল এটা খাবলৈ নিদিয়ে। সৰু পুতেকে মনে মনে আম কঠাল চুৰ কৰি নগৰ নগৰীয়াক খুৱায়। সেই কথা মাকে গম পালে পুতেকক নথৈ খং কৰে। পুতেকে মনৰ বেজাৰত মাকক কয় আই, তই ইমান পাপ কিয় আৰ্জিছ, এতিয়া তই দহক মাতি এইবোৰ খুৱাই, দান দক্ষিণা দি তোৰ পাপ আদি খণ্ডাই আশীৰ্ব্বাদ লব লাগে, তই আকৌ কিয় এনে কৰ। পুতেকৰ তেনে কথা শুনি মাকে খঙত জলি উঠি পুতেকক কলে, হেৰৌ বোপাই, মোৰনো কি পাপ দেখিছ; এইবোৰ তোলৈকে সাঁচিছো। বাৰু আই, মোলৈ সাঁচিছ যদি মোৰ যি ইচ্ছা তাকে কৰিম বুলি পুতেকে কলে। পুতেকৰ কথা শুনি মাক নিৰুপায় হ'ল। মাকে কলে, নহয় বোপাই! মই মৰিলেও যি কৰ কৰিবি, এতিয়া একো কৰিব নোৱাৰ, মাকৰ এনে অবুজন কথাবোৰ শুনি পুতেকে মনতে বেজাৰ কৰে, আৰু বুঢ়া মাকৰ মনত দুখ দিবলৈ টান পাই, যি পাৰে মাকে নজনাকৈ নগৰ নগৰীয়াক দি থাকে। লৰাটিৰ এনে মহত হৃদয় দেখি সকলোৱে নথৈ আশীৰ্ব্বাদ দিয়ে।

যেতিয়া পকা আমৰ দিন পৰে তেতিয়া আৰু বুঢ়ীৰ চকুত টোপনী নাই। ৰাতি আম গছত বাদুলী পৰি আম সৰৰালে, বুঢ়ীয়ে ভিতৰত চটফটাই থাকে কোনোবাই আম পাবিলে বুলি। এনেকৈ এদিন ৰৰকৈ আম সৰাত, ৰাতি বুঢ়ীয়ে আম সৰা চাবলৈ ঘৰৰ ভিতৰৰ পৰা ওলাই আহিল এনেয়ে বুঢ়া মানুহ চকুৰে নেদেখে তাতে আকৌ ঘোপ মৰা এন্ধাৰ ৰাতি।

বুঢ়ী আহি আমৰ তলত বৈ আছে। গছৰ ওপৰৰ পৰা বুঢ়ীৰ আগতে বাদুলীয়ে প্ৰায় ন-দহটামান আম সৰুৱালে; চকুৰে বুঢ়ীয়ে তাকো দেখা পোৱা নাই। কিন্তু কাণেৰে শুনি ওপৰলৈ থৰ লাগি চাই থাকে, জানোচা কোনোবা দুষ্ট লৰাই আমবোৰ এনেকৈ পাৰিছে। এইদৰে অলপ পৰ থকাৰ পিচত, দুই চাৰিটা আম বুঢ়ীৰ কুজাহৈ থকা মাজ পিঠিত আৰু মূৰত পৰি বুঢ়ীক একেবাৰে অস্থিৰ কৰি পেলালে। বুঢ়া মানুহ, সেই খোপানেই ঠেৰেঙা লাগিল। অলপ পৰৰ পিচত কৃপণৰ প্ৰতিশোধ স্বৰূপে আমৰ তলতে বুঢ়ীয়ে প্ৰাণ এৰিলে। পুৱা পুতেক শুই উঠি মাকক শোৱা পাটীত নেদেখি আচৰিত হৈ বিচাৰিবলৈ ধৰিলে। শেহত আম গছৰ তলত মাকক শুই থকা দেখি চাবলৈ মাকৰ দেহাত আৰু একো নাই, কেৱল শ-টোহে পৰি আছে। পিচত সকলো কথা গম পাই পুতেকে মাকৰ কৃপণ স্বভাৱলৈ ঘিণ কৰি বেজাৰ কৰিলে। মনৰ দুখ মনতে ৰাখি, মাকৰ দেহাৰ সৎকাৰ্য্য শেষ কৰি, সেই দিনাৰ পৰা ঘৰৰ সকলো ভাৰ লৰাটিয়ে ললে আৰু নিজৰ মনৰ ইচ্ছাৰে চলিবলৈ ধৰিলে।

লৰাটি অতি সৎ স্বভাৱৰ গুণত অলপ দিনৰ ভিতৰতে সকলোৰে অতি প্ৰিয় পাত্ৰ হৈ পৰিল।





# তুলসী

( ৰায় চাহেব শ্ৰীযুক্ত নাৰায়ণ বৰুৱা )

তুলসী ইংৰাজী (Ocimum sanctum) Holy basil সংস্কৃত তুলসী, সুভগা, পাৱনী, বিষ্ণুবল্লভা, অমৃতা, সুৰবল্লী, সুলভা, বহুপত্ৰা, বহুমঞ্জৰী ইত্যাদি। বঙ্গ আৰু হিন্দীতো তুলসী বোলে।

শ্বেততুলসী, কৃষ্ণতুলসী, ক্ষুদ্ৰতুলসী, বা ৰাংতুলসী, বিশ্বতুলসী বা বৰতুলসী, বৰ্ব্বৰীতুলসী বা বনতুলসী ইত্যাদি ছয় ৰকমৰ তুলসী আছে। তুলসীৰ ইমান গুণ যে বাৰীত সৰহাযাকে থাকিলে মেলেৰিয়া আদি বহুত ৰোগ কমি থাকে। বিশ্বৰ উপকাৰী বাবেই তুলসী বিষ্ণুপ্ৰিয়। সেই বাবেই হিন্দুৰ তুলসী নিত্য পূজনীয় বস্তু। তুলসীৰ ফুলবিলাক বুঢ়া হলে তাকো সিচিলেই গছ গজে। সাৰ বৰ নালাগে। বেছিকৈ গোবৰ দিলে তুলসী গছ মৰে আৰু চেহেৰা ও গুণো বিকৃত হয়। গছ প্ৰায় ৩।৪ হাত ওখ হয়।

তুলসীৰ গুণ—তুলসীৰ সাধাৰণ গুণ কটু তিক্ত ৰস, উষ্ণবীৰ্য্য, সুৰভি, ৰুচিকৰ, অগ্নিবৰ্দ্ধক দাহপিত্তকাৰক, বাতশ্লেষ্মনাশক, আৰু কাহ, ক্ৰিমি, বমি, কুষ্ঠ, ৰক্তস্ৰাৱ, অজীৰ্ণ, জ্বৰ, পাৰ্শ্ববেদনা আৰু ভূতাবেশৰ শান্তিকাৰক।

বাৰীত থকা শ্বেত আৰু কৃষ্ণ (জা[illegible] আৰু কলীয়া) তুলসীয়েই সাধাৰণতে ঔষধাদিত ব্যৱহাৰ হয়। ৰামতুলসীক বাবু তুলসীও বোলে।

প্ৰতি দিনে গা ধোৱাৰ পাচত তুলসী পাত কেইটামান চোবাই খালে কোষ্ঠবদ্ধ দূৰ হয়, যকৃৎ, পালা আৰু অন্ত্ৰবৃদ্ধি ভাল হয়। জালুক আৰু চেনিৰ লগত তুলসীৰ ৰস খালে কাহ, বুকুৰ বিষ আৰু মাত ভগা আদি কণ্ঠদোষ ভাল হয়। উন্মাদ ৰোগত ইয়াৰ সুঙ্গিলে খালে আৰু গাত ঘঁহিলে উপকাৰ

হয়। তুলসী পাত চোবালে মুখ আৰু ঠোটৰ ঘা ভাল হয়, মুখ সুগন্ধী হয়, দাত মজপুত হয়। সৰ্পবিষ, কুষ্ঠ, কলেৰা, ইনফ্লুয়েঞ্জা, প্লেগ আৰু অনেক বিকাৰত ইয়াৰ ৰস পান আৰু মৰ্দ্দনৰ পৰা উপকাৰ হয়।

ৰাম তুলসীৰ গুটিৰে তোক্‌মা হয় আৰু ইয়াৰ পাত চোবালে সুপ্ৰসন্ন হয় আৰু পাতৰ ৰসে দক্ৰু (খৰ) নাশ আৰু চকুৰ ৰোগ ভাল কৰে। তুলসীৰ গোতিৰে অনেকে বহু টকা আৰ্জ্জিছে।



# ঔষধ

( শ্ৰীযুত কৃষ্ণকান্ত ভট্টাচাৰ্য্য )

আমাৰ বাৰীত যিবোৰ গছ বন লতা আছে আটাইবোৰেই ঔষধত ব্যৱহাৰ হয়। আগৰ মানুহে বেমাৰ হলে বন দৰব ব্যৱহাৰ কৰি বেমাৰ ভাল কৰে, আজি-কালি ডাক্তৰৰ ওচৰলৈ যায়। সৰুৰে পৰা যদি শিকিবলৈ আৰম্ভ কৰে তেনেহলে ডাক্তৰৰ ওচৰলৈ নোযোৱাকৈয়ে সকলো বেমাৰ বন ঔষধেৰে ভাল কৰি সোনকালে আৰোগ্য কৰিব পাৰি ; তাৰ প্ৰমান হাতে হাতে পাব। সৰু লৰা-ছোৱালীৰ পেটত বেমাৰ কৈ জিভা ভেকুৰিলে, জ্বৰ আদি হলে, কেঁযা বনৰ গুটি বাটি লোণ জালুক দি লৰা আৰু মাকক খুৱালে ভাল হয়। মালভোগ কলৰ গছত সৰু সৰু কেঁচু থাকে ; তাৰ এটা পিহি লোণ জালুক দি তপতাই লৰাক খুৱালে জ্বৰ পেটৰ বিষ কোপ নাইকিয়া হয়। যাৰে তাৰে পেট অসুখ কৰিলে ভেলাতিৰ পাত এটাৰ ৰস উলিয়াই লোণ জালুক দি তপতাই খুৱালে পেটৰ অসুখ গুচে। পেটৰ অসুখত পিট ভেদালি লতাৰ পাত এটা বাটি ভাতে গৰে কাবৈ মাছ দি আঞ্জা কৰি খালে অসুখ গুচে। টিখহাত বন জালুক, ধৰ আৰু সৰু মানিমুনি, মাহুদিৰ আগ, কেতেৰাজ, লাইজাবৰি, লাটকচ, কনাশিমলু শাক আদি তাৰ লগত কাঠ মাছ আৰু লোণ জালুক দি আঞ্জাকৈ বা অকল ৰসকে লোণ জালুক দি তপতাই খালে আৰোগ্য হয়।

# চাৰিজন বন্ধুৰ কথা

( শ্ৰীমতি ৰধিকা বালা দাস )

এসময়ত চাৰিজন বন্ধু আছিল। প্ৰথম জন ৰজাৰ পুতেক, দ্বিতীয় জন মন্ত্ৰীৰ পুতেক, তৃতীয় জন পাত্ৰৰ পুতেক, আৰু চতুৰ্থ জন সাউদৰ পুতেক। চাৰিও জ্যোতিষ বিদ্যাৰ শেষ পৰীক্ষা দি উৰ্ত্তিৰ্ণ হ'ল। এদিন তেওঁলোক চাৰিও যি পঢ়িলে তাৰ প্ৰমান চাবলৈ বুলি দেশ ভ্ৰমন কৰিবলৈ ওলাল। গৈ গৈ এদিন চাৰিও এখন অগাধ হাবিৰ মাজত উপস্থিত হ'লগৈ। তাতে তেওঁলোক চাৰিও ৪টা কথা ক'লে। একাদিক্ৰমে প্ৰথম জনে কলে যে ম'হটোৰ এটা চকু কনা, দ্বিতীয় জনে কলে যে তাৰ পিচ ঠেং এটা খোৰা, তৃতীয় জনে কলে যে তাৰ শিং এটা ভগা আৰু চতুৰ্থ জনে ক'লে যে তাৰ সোঁ কাণখন কটা আৰু সি ইয়াৰ পৰা ১॥ মাইল অন্তৰত এটা পুখুৰীত পৰি আছে। এতিয়া এইবিলাক কথা প্ৰমাণ কৰিবলৈ বুলি চাৰিও গ'ল; গৈ দেখে যে কথাটো একেবাৰে সচাঁ। ইফালে ম'হটো সেই দেশৰ ৰজাৰ ম'হ আছিল আৰু ৰজাই অনেক দিনৰ পৰা তাক বিচাৰি মানুহ পঠিয়াইছিল। চাৰিও বন্ধুৱে পুখুৰীৰ পাৰত বহি জিৰাই থাকোতেই ৰজাৰ দূত গৈ সেইখন পালেগৈ। আৰু ম'হটো লৈ আহিল। ৰজাৰ দূতে ইনান ঘটনা অৰণ্যৰ মাজত মানুহ দেখি বৰ আচৰিত হ'ল আৰু ভাবিলে যে ইহঁত নিশ্চয় কোনোবা ডকাইত। এই বুলি সি ৰজাক ম'হটোও দিলেগৈ আৰু এই চাৰিজনৰ কথাও কৈ দিলেগৈ। ৰজাই কথা সচাঁ বুলি ভাবি আৰু সৈনা-সামন্ত পঠিয়াই তেওঁলোক চাৰিউকো ধৰাই অনালে। ৰজাই চাৰিউকো তেওঁলোক কোন, বুলি সুধিলে। তেতিয়া তেওঁলোকে প্ৰত্যেকৰ পৰিচয় দিলে আৰু ৰজাই বৰ সন্তোষ পাই, চাৰিউকো এদিনৰ নিমিত্তে থাকিবলৈ অনুৰোধ কৰিলে। চাৰিউ থাকিল।

ৰাতি ৰজাৰ পুতেকক ভাত খাবলৈ দিয়াত তেওঁ মুখলে এগৰাহ নিয়েই ভাত উলিয়াই পেলালে, আৰু নাখালে। মন্ত্ৰীৰ পুতেকে আকৌ তামোল মুখত ভৰাযেই

উলিয়াই পেলালে। পাত্ৰৰ পুতেকে বিচনাত নুশুই ওৰে ৰাতিটো বাহিৰতে বহি থাকিল। সাউদৰ পুতেকক গাখীৰ খাবলৈ দিয়াত এধোকা খায়েই বাকীখিনি পেলাই দিলে। এনেবিলাক কথাত ৰজা আচৰিত হৈ তাৰ কাৰণ সোধাত চাৰিও ৰাতিপুৱা ক'ম বুলি কৈ থলে।

ৰাতিপুৱা ৰজাক চাৰিও চাৰিটা কথা কলে। ৰজাৰ পুতেকে কলে যে মোক যি ধানৰ ভাত দিছিল সেই ধান গজাৰ পাচত তাৰ মাজত এটা গৰু মৰিছিল। তাকে শগুণে খাওঁতে তাৰ ধানবোৰ মৰি গ'ল আৰু গৰুৰ পেটত থকা ধানবোৰ গজি উঠিল। এই ভাত খালে মোৰ বহুত বেমাৰ উপজিব। মন্ত্ৰীৰ পুতেকে কলে, যে যিজোপা তামোলৰ তামোল মোক খাবলৈ দিছিল তাৰ তলত ৫ হাত দূৰত এজোৰা "গৰকা" -মাছ আছে। সেই কাৰণে ইয়াক থোৱা বেয়া। পাত্ৰৰ পুতেকে কলে যে মোক গাত লবলৈ দিয়া লেপ খনৰ মাজত এডাল ৭ হাত দীঘল চুলি আছে। আৰু সাউদৰ পুতেকে কলে যে মোক যিজনী গৰুৰ গাখীৰ খাবলৈ দিছিল তাইৰ পেটৰ ভিতৰত এটা খহু আছে। তেতিয়া ৰজাই এই সকলো কথা তদন্ত কৰি দেখিলে যে সকলো সচাঁ। ৰজাই তেতিয়াও বৰ ভাল পালে আৰু তেওঁলোকক আৰু কিছু দিন থাকিবলৈ অনুৰোধ কৰিলে। কিন্তু তেওঁলোক ১৫ দিনৰ বাজে আৰু নাথাকিল।

তাৰ পৰা গৈ তেওঁলোকে ৰাতি এখন জঙ্ঘলত উপস্থিত হলগৈ। কেউজন তাতে থাকিল। এজন এজনকৈ চাৰিও জনে ৰাতি পহৰা দিবলৈ থিৰাং কৰিলে। ১ম জনৰ পালত হাবিৰ পৰা এজন মানুহ ওলাই আহি কিছুমান হাড় গোট খুৱালে। ২য় জনৰ পালত এজন আহি মন্ত্ৰৰ দ্বাৰা সেই হাড়খিনি এটা শৰীৰত পৰিণত কৰিলে। ২য় জনে সেই মন্ত্ৰটি ভালকৈ মনত ৰাখিলে। ৩য় জনৰ পালত এটা মানুহে মন্ত্ৰৰ দ্বাৰাই শৰীৰত তেজ ,মাংসাদি দিলে। তাকো ৩য় জনে ভালকৈ মনত ৰাখিলে। সেইদৰেই ৪র্থ জনৰ পালতো আৰু এজন মানুহে মন্ত্ৰৰ দ্বাৰা সেই শৰীৰৰ তেজ, মাংস, আৰু, অন্য বস্তুবিলাক দিলে সেই মন্ত্ৰটিও ৪র্থ জনে ভালকৈ ললে। এনে সময়তে আৰু এজনে আহি সেই

মৰা মানুহটোৰ গাত মন্ত্ৰেৰে জীৱ দিলে। আৰু মানুহটো তাৰ পাচে পাচে গ'ল। ৪ৰ্থ জনে এই সকলো কথা মনত ৰাখি ইবিলাকক ভগাই সকলো কলে। তেতিয়া ইকিজনেও সকলোৱে নিজৰ নিজৰ কথা কলে। আৰু চাৰিও প্ৰমাণ চাবৰ মনেৰে হাড় বিচাৰিব ধৰিলে। এঠাইত কিছুমান হাড় পাই সকলোৱে নিজৰ নিজৰ কাম কৰিলে। দেখে যে এটা সিংহ। তেতিয়া ৪ৰ্থ জনে অৰ্থাত ৰজাৰ পুতেকে ভাবিলে যে যদি ইয়াক জীৱ দিয়া যায় ই চাৰিওকো খাব। এই বুলি তেওঁ সকলোকে কলে "ইয়াক জীৱ দিলে ই সকলোকে খাব, এতেকে আমি চাৰিও ঘোৰাত উঠি সাজুহৈ থাকোঁ আৰু ই জী উঠিলেই আমি ঘোৰা খুব চেকুৰাই দিম। আৰু আমি যে চাৰিও বন্ধু ইয়াৰ এটা চিন ৰাখিব লাগে; চিন এয়ে যে যতে আমি দুটা থাকিম তাত ৪ ভাগৰ দুভাগ ভাত খাই ২ ভাগ থ'ম, যত এজন থাকিম তাত তিনিভাগ থম; যত তিনিজন থাকিম তাত ৪ ভাগৰ ৩ ভাগ খাই এভাগ থম; এই বুলি চাৰিও সাজু হোৱাত সিংহক জীৱ দিলে আৰু ভয়ঙ্কৰ গৰ্জ্জনেৰে সিংহই ৰজাৰ পুতেকৰ পাচে পাচে খেদি গ'ল। এনেকৈয়ে গৈ থাকোতে ৰজাৰ পুতেকে এজোপা গছ পাই তাতে উঠিল আৰু তলত থকা ঘোৰাক সিংহই খাই পেলাই হাবিলৈ গুচি গ'ল। গছত উঠি থাকোঁতেই যেতিয়া ৰাতি হল তেতিয়া তাৰ দাতিৰে পুখুৰী এটাৰ পৰা এটা সাপ ওলাই আহি মণি এটা পাৰতে থই আহাৰ বিচাৰি গ'ল। আৰু তাৰ পাচত আহি মণিটো মুখত লৈ আকৌ পুখুৰীলৈ নামি গ'ল। তাকে দেখি কোঁৱৰে ভাবিলে যে যদি মই এই মণিটো পাওঁ তেন্তে বহুত ধন পাম। এই বুলি পিচদিনা সাপে মণিটো থৈ যোৱাত কোঁৱৰ নামি আহি তাৰ ওপৰত কিছুমান বোকা পেলাই দিলে আৰু গোটেইখন আন্ধাৰ হোৱাত সাপটো বেগা বেগিকৈ আহি মণিটো নাপাই গছৰ তলখন আচুৰি আচুৰি শেহত মৰি থাকিল। সাপ মৰা বুলি জানি নামি আহি মণিটো ধুব গোজাত তেওঁ দেখে যে পুখুৰীলৈ যোৱা এটা বাট, আৰু সেই বাটেদি তেওঁ নামি গ'ল। গৈ তেওঁ পুখুৰীৰ মাজত এজনী ধুনীয়া ছোৱালী দেখি আৰু কি-কথা সুধিলে। তেতিয়া তাই সকলো কথা কলে আৰু তাৰ পৰাই জানিব পৰা গ'ল যে সেই সাপটোৱেই

সকলোৰে শত্রু আছিল .তেতিয়া দুয়ো নিৰাপদ হ'ল আৰু দুয়োৰো বিয়া হ'ল তাতে থাকিল।

তেওঁলোক প্ৰায়ে বাহিৰত ফুৰিবলৈ আহে, এদিন সেইদৰে দুয়ো পুখুৰীৰ পাৰত বহি থাকোঁতে চিকাৰ কৰিবলৈ আহোঁতে ৰজাই দেখা পালে। ৰজাই ৰূপৱতী কন্যাৰ ৰূপত ভোল গ'ল। ৰজাই চিকাৰৰ পৰা ঘূৰি গৈ জনাই দিলে যে, যি ৰজাক সেই তিৰোতা দিব পাৰিব তাক অৰ্দ্ধৰাজ্য দিব। সেই ৰাজ্যতে এজনা যাদুকৰী বুঢ়ী আছিল। তাই ৰজাক সেই কাম কৰিব পাৰিব বুলি কলে আৰু পুখুৰীৰ পাৰত এটা ঘৰ সাজি দিবলৈ কলে। কিছুদিন বুঢ়ী তাত থাকি এদিন সেই কন্যাৰ বুঢ়ীয়ে পেহীয়েক হয় বুলি চিনাকি দিলে। আৰু তায়ো তাকে বিশ্বাস কৰিলে। আৰু কিছুদিন দুয়ো একেলগে পুখুৰীৰ ভিতৰত থাকিল। এদিন ৰজাৰ লৰা দিনত শুই থাকোঁতে বুঢ়ীয়ে যত্ন কৰি তেওঁক শোৱাতে মাৰিলে আৰু কন্যাৰে সৈতে বাহিৰলৈ ওলাই আহি চল কৰি মণিটো লৈ গুচিগৈ একেবাৰে ৰজাৰ আগত ওলালগৈ। তেনালে ৰূপৱতীয়ে কান্দি কান্দি মাটিত বাগৰি পৰিল। বুঢ়ীয়ে ৰজাক সকলো কথা কোৱাত ৰজাই মানুহ ধৰি তাৰ পৰা তাইক লৈ গ'ল।

কন্যা জনীয়ে ৰজাৰ আগত কলে যে "মোক আপোনাৰ অতিথিশালাৰ সমুখত এটা ঘৰ সাজি দিয়ক, মই তাত ৩ বছৰ থাকিম। আৰু তাৰ পাচত আপোনাক বিয়া সোমাম। ৰজায়ো তাকে কৰিলে।

এদিন ৰাণীয়ে এটা মানুহ ৩ ভাগ ভাং হৈ এভাগ থকা দেখিলে। তেতিয়া ৰাণীৰ ৰজাৰ লৰাই কোৱা সপোনেক হতৰ কথা মনত পৰিল। আৰু তেওঁক মাতি অনাই সকলো কথা কৈ তাতে ৰখালে। এনেকৈ ২ ৩ দিনমান থাকোঁতে এদিন তাতে মন্ত্ৰীৰ পুতেক আৰু সাউদৰ পুতেক ওলালহি। তেতিয়া তেওঁলোকো সকলো কথা কোৱাত মন্ত্ৰীৰ পুতেকে বুঢ়ীৰ পৰা মণিটো আনিবলৈ ঠিৰাং কৰিলে। আৰু বুঢ়ীৰ সৈতে বৰ সখী পাতি এদিন চল কৰি মণিটো লৈ আহিলে। মণি পাই সকলোৱেই ৰজাৰ লৰাৰ গুৰি পালেগৈ। কিন্তু তাত ৰজাৰ লৰা নাই। ৰজাৰ

লৰা মৰি হাড়বোৰ মাত্ৰ চোঁদেলি ভেদেলি হৈ আছিল। তেতিয়া মন্ত্ৰীৰ পুতেকে হাড়বোৰ গোটাই একেঠাই কৰিলে, সাউদৰ পুতেকে শৰীৰ গঠন কৰিলে, পাত্ৰৰ পুতেকে মঙ্গহ, চাল, আৰু তেজপানী দিলে। কিন্তু জীৱ দিয়ে কোনে? তেতিয়া ৰাণীয়ে কলে যে মই জীৱ দিব পাৰো। এই বুলি তেওঁ জীৱ দিলে। ৰজাৰ পুতেক পুণৰ জা উঠিল। তেতিয়া তেওঁলোক আৰু তাত নাথাকি ৰাজ্যলৈ উভতি গাহি সকলো কথা কলে। তেওঁলোকক পাই সকলোৱে বৰ ভাল পালে। *





# মাখি

শ্ৰী, শ্ৰ. ৰা. বৰুৱা.।

মাখি যে মানুহৰ প্ৰধান শত্ৰু তাক সকলোৱেই জানে। ই আমাক, বিশেষকৈ গৰমৰ দিনত বৰ উপদ্ৰৱ কৰে। ই অনেক বেমাৰৰ বীজ আনি খোৱা বস্তুত দিয়ে আৰু তাকে খালে আমাৰ বেমাৰ হয়। ইয়াৰ পৰা হাত সাৰিবলৈ অনেক সাধাৰণ উপায় আছে। যেনে:—ঘৰৰ ওচৰত পানী বন্ধ হৈ থাকিবলৈ দিব নালাগে, কাৰণ তাত সি কণী পাৰে আৰু পোৱালী জগায়; খোৱা বস্তুত মাখি পৰিব নোৱাৰাকৈ ঢাকি থব লাগে। ঘৰৰ ওচৰত হাবি বন থাকিলেও তাক কাটি পেলাব লাগে। আজিকালিৰ পণ্ডিতসকলে ইয়াক মাৰিবলৈ অনেক দৰবো উলিয়াইছে। ই আমাৰ ইমান ডাঙৰ শত্ৰু যেতিয়া ইয়াৰ পৰা সকলোৱেই হাত সাৰি থাকিবলৈ চেষ্টা কৰা উচিত।

---

* গল্প প্ৰতিযোগীতাৰ ২য় গল্প।



# শিল ঢকা

( শ্ৰীযুত দুলালচন্দ্ৰ বৰঠাকুৰ বি এ। )

ইটোৰ সিটোৰ ভিতৰত শত্ৰুতা মনত ৰাখিবলৈ না না মানুহে না না উপায় কৰে। এনেকুৱা জাতিগত প্ৰথাও অনেক আছে। অসমীয়া ভাষাতে বেট বন্ধা বুলি এটা কথা আছে, সকলোৱেই জানে। যেতিয়া নগাই নগাই দন কৰে, তাহাঁতৰ ভিতৰত শত্ৰুতা মনত ৰাখিবলৈ বেট গছত বেট এডালত গাঁথি দি থয়। যেতিয়ালৈকে প্ৰতিশোধ লোৱা নহয় বা দনৰ শেষ মিমাংসা নহয় তেতিয়ালৈকে বেটৰ গাঁথি নোমোকোলাই। এই কথাৰ পৰাই 'বেট বন্ধা' কথা আহিল। বেট বন্ধা মানে ঘোৰ শত্ৰুতা।

শিল ঢকাটোও বেট বন্ধাৰ নিচিনা কথাই। বঙ্গদেশৰ এখন ডাঙৰ চহৰত ( নামটো নকওঁ ) এটা চুবুৰি আছে। চুবুৰিটো বৰ ডাঙৰ; প্ৰায় পাঁচ ছশ ঘৰ মান মানুহ হ'ব। মানুহবোৰ অত্যন্ত পৰিশ্ৰমী। অকণো সময় অপব্যয় নকৰে। সিহঁতৰ ব্যৱসায় শঙ্খ কটা, তাৰপৰা বালা, আঙুঠি আদি নানা অলঙ্কাৰ আৰু আন আন বস্তু তৈয়াৰ কৰা। যেতিয়াই যোৱা যায়, ঘৰৰ সম্মুখত বহি তাহাঁতক কাম কৰি থকাই দেখা যায়। ৰাতি তিনি বজাত গলেও দেখিব তাহাঁতে ঘেচ্ ঘেচ্ শব্দ কৰি একেৰাহে মাৰিবই লাগিছে। তাহাঁতৰ সময়ৰ ইমান অভাৱ যে দন কৰোঁতে কাৰোবাৰ সময় নষ্ট হয় বুলি দন কৰাৰ এটা ধুনীয়া প্ৰথা আছে। কেতিয়াবা দুঘৰ মানুহৰ ভিতৰত দন লাগিলে সিহঁতে মুখেৰেও মাৰি থাকে হাতেৰেও মাৰি থাকে। যেতিয়া দেখে যে সুৰ সপ্তমত উঠিছে কাম অলপ ক্ষতি হৈছে আৰু বেছি ক্ষতি হোৱাৰ সম্ভৱনাও আছে তেতিয়া দুয়ো পক্ষে দুটা পাচি আনে, তাত এটা শিলগুটি দিয়ে আৰু কাপোৰ এখনেৰে ঢাকি থয়। বহুতে ভাবিব যে তাহাঁতে খং মাৰ নিযাবলৈহে তেনে কৰিছে। দৰাচলতে তেনে নহয়,